শিশু গ্ৰন্থমালা

# অকণমানি কোঁৱৰ

মূল ৰচনা
**Antoine De Saint-Exupery**

ইংৰাজী অনুবাদ
**Katherine Woods**

অসমীয়া অনুবাদ
নিৰুপমা বৰগোহাঞি

অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩



প্ৰথম প্ৰকাশ
ফেব্ৰুৱাৰী ১৯৭৫

মূল্য: পাঁচ টকা

প্ৰচ্ছদ আৰু অলঙ্কৰণ
বেণু মিশ্ৰ

মুদ্ৰণ
পূৰ্বদেশ মুদ্ৰণ
গুৱাহাটী-৮

# লিওঁ ৱাৰ্থলৈ

যিসকল ল'ৰা-ছোৱালীয়ে মোৰ এই কিতাপখন পঢ়িব পাৰে—এজন বয়সীয়া মানুহলৈ এই কিতাপখন উছৰ্গা কৰিবৰ কাৰণে মই তেওঁলোকৰ অনুমতি বিচাৰিছো। মোৰ এটা ডাঙৰ যুক্তি আছে: পৃথিবীত তেৱেঁই মোৰ আটাইতকৈ ডাঙৰ বন্ধু। মোৰ আৰু এটা যুক্তি আছে: এই বয়সীয়া মানুহজনে সকলো কথা বুজি পায়, আনকি সৰু ল'ৰা-ছোৱালীৰ বিষয়ে লিখা কিতাপো তেওঁ বুজি পায়। মোৰ তৃতীয় এটা যুক্তি আছে: তেওঁ ফ্ৰান্সত কাম কৰে, আৰু তাত তেওঁৰ খাবলৈ আহাৰ নাই, পিন্ধিবলৈ কাপোৰ নাই। তেওঁক অলপ উৎসাহ দিয়াৰ প্ৰয়োজন হৈছে। এই সকলোবোৰ যুক্তিও যদি যথেষ্ট নহয়, তেন্তে যিটি শিশুৱেই বাঢ়ি বাঢ়ি এই বয়সীয়া মানুহজনত পৰিণত হ'ল, সেই শিশুটিলৈকে মই এই কিতাপখন উছৰ্গা কৰিছো। সকলো বয়সীয়া মানুহেই এদিন শিশু আছিল—যদিও খুব কম মানুহেইহে এই কথাষাৰ মনত ৰাখে। সেই কাৰণে মই মোৰ উছৰ্গাৰ কথাখিনিৰ শুধৰণী কৰি ক'ব খোজো:

লিওঁ ৱাৰ্থলৈ
তেওঁ যেতিয়া এটি অকণমানি ল'ৰা আছিল

# লেখক-পৰিচিতি

ফ্ৰাঞ্চত ১৯০০ চনত আঁতোৱা দ্য চঁ-এজুপেৰিৰ জন্ম হয়। ডাঙৰ হৈ তেওঁ ফ্ৰাঞ্চৰ বিমান-বাহিনীত যোগ দিয়ে। তাৰপৰা অৱসৰ লোৱাৰ পিচত তেওঁ অসামৰিক বিমান-চালকৰ চাকৰি গ্ৰহণ কৰে, আৰু উত্তৰ আফ্ৰিকাৰ এয়াৰ মেইল ছাৰ্ভিচৰ বৈমানিকৰূপে নিযুক্ত হয়।

১৯২৯ চনত তেওঁ তেওঁৰ প্ৰথম গ্ৰন্থ Courrier Sud প্ৰকাশ কৰে। আৰ্জেন্টিনাত কিছুদিন বিমান চলোৱাৰ পিচত তেওঁ Vol de Nuit নামৰ আন এখন গ্ৰন্থ প্ৰকাশ কৰে। লগে লগে তেওঁ সাহিত্যিকৰূপে বিখ্যাত হৈ পৰে। কিন্তু তেওঁ বিমান চালনাৰ কামলৈ পুনৰ ঘূৰি আহে। সেই সময়তে তেওঁ পেৰিচ আৰু চাইগনৰ মাজত দ্ৰুতগতিৰে বিমান চলোৱাৰ ৰেকৰ্ড ভংগ কৰিবলৈ চেষ্টা কৰোতে আফ্ৰিকাৰ মৰুভূমিত তেওঁৰ বিমানখন ভাগি পৰে, আৰু তেওঁৰ আৰু তেওঁৰ লগৰীয়া মেকানিকজনৰ পিয়াহত মৰিবলগীয়া অৱস্থা হয়। এজন আৰবীয় লোকে কেনেকৈ তেওঁলোকৰ প্ৰাণ ৰক্ষা কৰিলে সেই কাহিনী তেওঁ Terre des Hommes নামৰ গ্ৰন্থত লিপিবদ্ধ কৰিছে। ৰাছিয়া, স্পেইন আৰু দক্ষিণ আমেৰিকাত আৰু কিছু অভিযান চলোৱাৰ পিচত ১৯৩৯ চনত তেওঁ সেই গ্ৰন্থখন প্ৰকাশ কৰে।

দ্বিতীয় মহাযুদ্ধৰ সময়ত তেওঁ বিমান চালক আছিল। ফ্ৰাঞ্চৰ পতনৰ পিচত তেওঁ আমেৰিকালৈ পলাই যায়। আমেৰিকাত কাম কৰা অৱস্থাতে তেওঁ Pitote de Guerre, Le Hre a un Otage আৰু Le Petit Prince নামৰ তিনিখন কিতাপ লিখে। ১৯৪৩ চনত আমেৰিকান বাহিনীৰ লগত তেওঁ উত্তৰ আফ্ৰিকালৈ ঘূৰি আহে, শত্ৰু-পক্ষৰ ঘাটী অনুসন্ধান কৰা বৈমানিক হিচাপে বিমান চলায়, আৰু সেই সময়তে এবাৰ ভূমধ্য-সাগৰৰ ওপৰেদি উৰি যাওঁতে তেওঁ নিৰুদ্দেশ হৈ পৰে। খুব সম্ভৱ, জাৰ্মান যুঁজাৰু-বিমানৰ গুলী লাগি তেওঁৰ বিমানখন সাগৰত ডুবি যায়।

কেৱল ফ্ৰাঞ্চৰ কাৰণেই নহয়, বিশ্ব-সাহিত্যৰ কাৰণেও তেওঁৰ মৃত্যু এটা ডাঙৰ ক্ষতি।

# ভূমিকা

এই গ্ৰন্থৰ মূল লেখক আঁতোৱা দ্য চ্যঁ এজুপেৰি (Antoine De Saint-Exupery) বৃত্তিগতভাৱে আছিল এজন বৈমানিক আৰু কবি। মাত্ৰ ২৯ বছৰ বয়সত ১৯২৯ চনত তেওঁৰ প্ৰথম গ্ৰন্থ Courrier Sud প্ৰকাশ পায়। তাৰ কিছুদিন পিচত Vol de Nuit নামৰ গ্ৰন্থখন প্ৰকাশিত হোৱাৰ লগে লগে সাহিত্যিক হিচাপে তেওঁৰ সুখ্যাতি চাৰিওপিনে বিয়পি পৰে।

১৯৪৩ চনত ভূমধ্য সাগৰৰ ওপৰেদি উৰি যাওঁতে তেওঁ নিৰুদ্দেশ হয়। এবাৰ চাহাৰা মৰুভূমিৰ মাজত কেনেবাকৈ তেওঁ চলাই নিয়া আকাশী যানখন দুৰ্ঘটনাত পতিত হয়। লোকালয়ৰপৰা হাজাৰ মাইল দূৰত প্ৰথম নিশা বালিত শুই কটোৱাৰ পিচত পিচদিনা পুৱা তেওঁ অকণমানি কোঁৱৰক লগ পায়। অকণমানি কোঁৱৰে তেওঁ যিটো গ্ৰহৰপৰা আহিছিল তালৈ যাবলৈ লেখক-বৈমানিকক এটা ভেৰা আঁকি দিবলৈ কৈছিল। বিমানখন মেৰামতি কৰি থকা দিনকেইটাত অকণমানি কোঁৱৰৰ সৈতে লেখক-বৈমানিকৰ হৃদ্যতা গঢ়ি উঠে। তেওঁক অকণমানি কোঁৱৰে তেওঁ বাসকৰা অকণমানি গ্ৰহটোৰ কথা আৰু তেওঁ পৰিদৰ্শন কৰা অন্যান্য গ্ৰহৰ আৰু সেই গ্ৰহত থকা মানুহৰ বৰ্ণনা দিছিল।

প্ৰাপ্তবয়স্ক আৰু শিশু উভয়ৰবাবে লেখা এই সকলোবোৰ কথা এই আচহুৱা ৰূপকধৰ্মী কাহিনীত লেখকে গতানুগতিকভাৱে গ্ৰন্থিত কৰা নাই। লেখকৰ ভাষাত, "এই কাহিনীটো ৰূপকথাৰ

আহিৰে আৰম্ভ কৰিব পাৰিলে মই ভালেই পালোহেঁতেন। মই এনেকৈ ক'বলৈ ভাল পালোহেঁতেন: 'এসময়ত এজন অকণমানি কোঁৱৰ আছিল। তেওঁ বাসকৰা গ্ৰহটো তেওঁতকৈ ডাঙৰ নাছিল বুলিয়েই কব পাৰি। তেওঁৰ এজন বন্ধুৰ বৰ প্ৰয়োজন আছিল....' জীৱনক বুজি পোৱা সকলে মোৰ এনেদৰে কোৱা কাহিনীৰ সত্যতাত কিজানি আৰু বেছিকৈ পতিয়ন গ'লহেঁতেন।

"কিয়নো মই নিবিচাৰোঁ কোনোবাই অমনোযোগী হৈ মোৰ গ্ৰন্থখনি পঢ়ক।"

আমাৰ অনুৰোধক্ৰমে মূল ফৰাচী গ্ৰন্থ Le Petit Prince অৰ কেথেৰিন উদ্‌ছে কৰা The Little Prince নামৰ ইংৰাজী গ্ৰন্থৰপৰা কণ কণ ল'ৰা-ছোৱালীৰ উপযোগীকৈ প্ৰখ্যাত লেখিকা শ্ৰীমতী নিৰুপমা বৰগোহাঞিয়ে 'অকণমানি কোঁৱৰ' অনুবাদ কৰিছে। গ্ৰন্থখনি পঢ়ুৱৈ সমাজৰদ্বাৰা সমাদৃত হ'লে আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী — শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া
২০ ফেব্ৰুৱাৰী, ১৯৭৫



এসময়ত মোৰ বয়স যেতিয়া ছবছৰ আছিল, পৃথিৱীৰ আদিম অৰণ্যৰ বিষয়ে লিখা 'প্ৰকৃতিৰ সঁচা কাহিনী' নামৰ এখন কিতাপত মই এখন অতি সুন্দৰ ছবি দেখিছিলো। ই আছিল এটা অজগৰ সাপে কিবা এটা জন্তু গিলি থকা অৱস্থাৰ ছবি। ইয়াৰ লগতে সেই ছবিখনৰ নকল এটা দিয়া হৈছে।

কিতাপখনত এই বুলি লিখা আছিল: "অজগৰ সাপে চিকাৰত পৰা জন্তু নোচোবাই গোটে গোটে গিলি থয়। তাৰ পিচত সিহঁতে আৰু লৰচৰ কৰিব নোৱাৰে; পেটৰ জন্তুটো হজম কৰিবলৈ যি ছমাহ সময়ৰ প্ৰয়োজন হয়, সেই গোটেই সময়খিনি সিহঁতে শুই থাকে।"

মই তেতিয়া অৰণ্যৰ অভিযানৰ বিষয়ে গভীৰভাৱে নানা কথা চিন্তা কৰিবলৈ ধৰিলো। ৰঙীণ পেনচিল্ এডালেৰে আঁকি আঁকি মই অৱশেষত মোৰ প্ৰথম ছবিখন আঁকি শেষ কৰিব

পাৰিলো। মোৰ এক নম্বৰ ছবি। ছবিখন দেখিবলৈ আছিল এনেকুৱা :



মই মোৰ এই অতি সুন্দৰ ছবিখন বয়সীয়া লোকসকলক দেখুৱালো আৰু ছবিখন দেখি তেওঁলোকে ভয় খাইছে নে নাই সুধিলো।

কিন্তু তেওঁলোকে উত্তৰ দিলে : "ভয় ? টুপি এটা দেখি মানুহে কিয় ভয় খাব লাগে ?"

মোৰ ছবিখন কিন্তু এটা টুপিৰ ছবি নাছিল। ই আছিল এটা হাতী হজম কৰি থকা অজগৰ সাপ এটাৰ ছবি। কিন্তু যিহেতু বয়সীয়া লোকসকলে ছবিখন বুজি নাপালে, সেই কাৰণে মই আন এখন ছবি আঁকিলো ; মই এইবাৰ অজগৰ সাপটোৰ পেটৰ ভিতৰৰ ছবি এখন আঁকিলো, যাতে বয়সীয়া মানুহবোৰেও ইয়াক স্পষ্টকৈ দেখিব পাৰে। কথাবোৰ খৰচি মাৰি বুজাই দিলেহে তেওঁলোকে বুজিব পাৰে। মোৰ দুই নম্বৰ ছবিখন দেখিবলৈ আছিল এনেকুৱা :



মোৰ ছবি দেখি বয়সীয়া মানুহবোৰে এইবাৰ কৰিলে কি— তেওঁলোকে মোক উপদেশ দিলে যে বাহিৰখনেই হওঁক বা



ভিতৰখনেই হওঁক মই অজগৰ সাপৰ ছবি আঁকা সম্পূৰ্ণ বাদ দিব লাগে ; তাৰ পৰিবৰ্তে মই ভূগোল, বুৰঞ্জী, অংক আৰু ব্যাকৰণ পঢ়াত মনোযোগ দিব লাগে। ছবি আঁকাত লাগি থকা হ'লে সময়ত মই নিশ্চয় এজন ডাঙৰ চিত্ৰকৰ হ'ব পাৰিলোহেঁতেন, কিন্তু বয়সীয়া লোকসকলৰ উপদেশ মানি মই ছবছৰ বয়সতে ছবি আঁকা এৰি দিলো। মোৰ এক নম্বৰ আৰু দুই নম্বৰ ছবিৰ অকৃতকাৰ্যতাই মোক হতাশ কৰি তুলিছিল। বয়সীয়া লোকসকলে নিজে নিজে একো কথাকে বুজি নাপায় ; আনহাতে তেওঁলোকক সকলো সময়তে আৰু গোটেই জীৱন ধৰি কথাবোৰ বুজাই থকাটোও ল'ৰা-ছোৱালীবোৰৰ পক্ষে এটা বৰ ভাগৰে ধৰা কাম।

সেই কাৰণে মই এইবাৰ আন এটা কাম বাছি ললোঁ, আৰু আকাশী-জাহাজ চলাবলৈ শিকিলো। পৃথিৱীৰ সকলো ঠাইৰ ওপৰেদিয়েই মই অলপ নহয় অলপ উৰিছো ; আৰু এই কথাও সঁচা যে ভূগোল জনাৰপৰা মোৰ বহুত সহায় হৈছে। এবাৰ মাত্ৰ চকু ফুৰাই চায়েই মই চীনদেশ আৰু আৰিজোনাৰ পাৰ্থক্য বুজিব পাৰো। ৰাতি যদি কোনোবাই বাট হেৰুৱাই পেলায়, তেতিয়া ভূগোলৰ এনেকুৱা জ্ঞান বৰ কামত লাগে।

মোৰ জীৱন-কালত বহুতো মানুহৰ লগত ঘটনা-ক্ৰমে মই বহুতোবাৰ নানা সম্পৰ্কত আহিছো। এই আটাইবোৰ মানুহেই অতি ডাঙৰ ডাঙৰ কামৰ দায়িত্বত থকা মানুহ। বয়সীয়া লোকসকলৰ মাজত মই জীৱনৰ বহুখিনি সময় কটাব লগা হৈছে। মই তেওঁলোকক অতি ওচৰৰপৰা ঘনিষ্ঠভাৱে দেখিছো। কিন্তু তাৰ ফলত তেওঁলোকৰ বিষয়ে মোৰ ধাৰণা আগতকৈ অকণো ভাল হোৱা নাই।

যেতিয়াই মই এনে এজন মানুহক লগ পাওঁ—যাৰ দৃষ্টি-শক্তি পৰিস্কাৰ বুলি মোৰ ধাৰণা হয়, তেওঁক মই মোৰ এক নম্বৰ ছবিখন দেখুৱাওঁ। সেই ছবিখন মই সদায় লগত লৈ ফুৰোঁ। এই

মানুহজন প্ৰকৃত বুজিব পৰা শক্তি থকা মানুহ হয় নে নহয়, সেই কথাটোকে জানিবলৈ মই চেষ্টা কৰো। কিন্তু যাকেই ছবিখন দেখুৱাওঁ তেৱেঁই কয়ঃ

"এইটো এটা টুপি।"

তেতিয়া আৰু মই সেই মানুহজনৰ লগত অজগৰ সাপ, আদিম অৰণ্য বা তৰাৰ বিষয়ে কোনো কথা নাপাতো। মই মোক নিজকে তেওঁৰ শাৰীলৈ নমাই আনো। মই তেওঁৰ লগত তাচ-খেলা, গ'ল্‌ফ্, ৰাজনীতি আৰু নেক্-টাইৰ কথা পাতিবলৈ ধৰো। এনে এজন যুক্তি-বুদ্ধি থকা মানুহ লগ পাই বয়সীয়া লোকসকলো খুব খুচি হয়।

( ২ )

এনেকৈয়ে অকলশৰীয়াভাৱে মই জীৱন কটাইছিলো। কথা পাতিবলৈ মোৰ কোনো লগ নাছিল। এনেতে ছবছৰৰ আগতে চাহাৰা মৰুভূমিত মোৰ আকাশী-জাহাজখনৰ এটা দুৰ্ঘটনা হ'ল। মোৰ ইঞ্জিনত কিবা এটা ভাগি থাকিল। মোৰ লগত মেকানিক্ বা যাত্ৰী কোনোৱেই নাছিল, সেই কাৰণে সম্পূৰ্ণ অকলেই মেৰামতিৰ টান কামটো কৰিবলৈ মই চেষ্টা কৰিলো। মোৰ কাৰণে ই আছিল এটা জীৱন-মৰণৰ প্ৰশ্ন; মোৰ লগত ভালকৈ এসপ্তাহ চলিবৰ জোখাৰেও খোৱা-পানী নাছিল।

লোকালয়ৰপৰা হাজাৰ মাইল দূৰত মই প্ৰথম ৰাতিটো বালিতেই শুই থাকিলো। জাহাজ ডুবা এজন নাবিক মহাসাগৰৰ মাজত এডাল কাঠত উঠি উটি-ভাহি ফুৰোতে যিমান অকলশৰীয়া হয়, মই আছিলো তাতোকৈ বেছি অকলশৰীয়া। এনে অৱস্থাত ৰাতিপুৱা বেলি ওলাবৰ সময়ত মই যেতিয়া এটা আচহুৱা সৰু মাত শুনি সাৰ পাই উঠিলো, মই কিমান আচৰিত হৈছিলো সেই কথা তোমালোকে নিজেই কল্পনা কৰি ল'ব পাৰা। সেই মাতটোৱে ক'লেঃ



"যদি তুমি বেয়া নোপোৱা, তেন্তে মোক এজনী ভেৰাৰ ছবি আঁকি দিয়া।"

"কি ?"

"মোক এজনী ভেৰাৰ ছবি আঁকি দিয়া।"



'মই পিচত তেওঁৰ যিবোৰ ছবি আঁকিছিলো সেইবোৰৰ ভিতৰত এইখনেই আটাইতকৈ ভাল ছবি।'

স্বৰগ পৰা মানুহৰ দৰে হৈ মই জঁাপ মাৰি থিয় হলোঁ। মই জোৰকৈ চকু দুটা টিপিয়াবলৈ ধৰিলো। খুব মনোযোগেৰে মই চাৰিওফালে চকু ফুৰাই চালো। এনেতে মই এটা অকণমানি অসাধাৰণ মানুহ দেখিবলৈ পালোঁ। তেওঁ থিয় হৈ খুব গম্ভীৰভাৱে মোক পৰীক্ষা কৰি আছে। পিচত মই তেওঁৰ যিবোৰ ছবি আঁকিছিলো, সেইবোৰৰ ভিতৰত আটাইতকৈ ভালখন মই ইয়াৰ লগতে দিছো। কিন্তু ঘাক আহিঁ কৰি মই এই ছবিখন আঁকিছো, তেওঁ মোৰ ছবিখনতকৈ বহুত বেছি ধুনীয়া।

অৱশ্যে সেইটো মোৰ দোষ নহয়। মোৰ ছবছৰ বয়সতে বয়সীয়া লোকসকলে মোক চিত্ৰকৰ হোৱাৰপৰা নিৰুৎসাহিত কৰিলে; ফলত অজগৰ সাপৰ ভিতৰখন আৰু বাহিৰখন অঁকাৰ বাহিৰে আন একোকে মই আঁকিবলৈ নিশিকিলো।

মোৰ চকুৰ আগত ভমক্ কৰে ওলোৱা এই ভৌতিক মূৰ্তিটোৰ ফালে মই অপলক চাৱনিৰে চাই থাকিবলৈ ধৰিলো। বিস্ময়ত মোৰ চকু দুটা যেন মোৰ মূৰৰপৰা বাহিৰ হৈ ওলাই আহিছিল। মনত ৰাখিবা, মানুহৰ বসতিৰপৰা হাজাৰ মাইল দূৰত মৰুভূমিৰ মাজত মোৰ আকাশী-জাহাজখনৰ দুৰ্ঘটনা ঘটিছিল। কিন্তু তথাপি আমাৰ এই অকণমানি মানুহজনক মৰুভূমিৰ বালিৰ মাজত ঘূৰ্মুটিয়াই ফুৰা যেনো দেখা নগৈছিল, নাইবা ভোক, পিয়াহ, ভয় কিম্বা ভাগৰত তেওঁক কাহিল হোৱা যেনো দেখা নগৈছিল। তেওঁৰ ভাব-ভংগীত এনে কোনো লক্ষণ ফুটি উঠা নাছিল—যাৰ-পৰা ধাৰণা হ'ব পাৰে যে মানুহৰ বসতিৰপৰা হাজাৰ মাইল দূৰত মৰুভূমিৰ মাজত এই ল'ৰাটি কেনেবাকৈ হেৰাই গৈছে। অৱশেষত মই যেতিয়া কথা ক'ব পৰা হ'লো, মই তেওঁক ক'লো:

"কিন্তু—তুমি ইয়াত কৰিছা কি?"

মোৰ প্ৰশ্নৰ উত্তৰত তেওঁ এটা ডাঙৰ গুৰুত্বপূৰ্ণ বিষয় সম্পৰ্কে



কথা কোৱাৰ নিচিনাকৈ খুব ধীৰে ধীৰে আগৰ কথাকেইটাকে দোহাৰিলে:

"তুমি যদি বেয়া নোপোৱা—তেন্তে মোক এজনী ভেৰাৰ ছবি আঁকি দিয়া।"

বিৰাট ৰহস্যৰ সমুখত মানুহ অসহায় হৈ পৰে, তাৰ নিৰ্দেশ অমান্য কৰিবলৈ সাহস নহয়। কথাটো মোৰ নিজৰ চকুতেই অদ্ভুত যেন লাগিলেও লোকালয়ৰপৰা হাজাৰ মাইল দূৰত আৰু মৰণৰ আশংকা সমুখত লৈ মই জেপৰপৰা এটুকুৰা কাগজ আৰু ফাউণ্টেইন্ পেন্‌টো উলিয়াই ল'লো। কিন্তু মোৰ তেতিয়াহে মনত পৰিল যে, ভূগোল, বুৰঞ্জী, অংক আৰু ব্যাকৰণৰ বাহিৰে আন একো বিষয়েই মই বিশেষ একো নাজানো। অকণমানি ভদ্ৰলোকজনক অলপ টান মাতেৰেই মই ক'লো যে মই ছবি অঁকা নাজানো। তেওঁ মোক ক'লে:

"একো কথা নাই। ভেৰাৰ ছবি এখন আঁকি দিয়া......."

কিন্তু মই ভেৰাৰ ছবি কেতিয়াও আঁকি পোৱা নাই। যি দুখন ছবি মই প্ৰায়েই আঁকি থাকো, তাৰে এখন ছবি মই তেওঁৰ কাৰণে আঁকি দিলো। ই আছিল অজগৰ সাপৰ গাৰ ভিতৰ ভাগৰ ছবিখন। কিন্তু ছবিখন দেখি তেওঁ যিভাবে চিঞৰ-বাখৰ কৰি উঠিল, মই আচৰিত হৈ চঁক খাই উঠিলো। তেওঁ ক'লে:

"ওহোঁ, নহয় নহয়; মই অজগৰ সাপৰ পেটৰ ভিতৰত হাতী এটা নিবিচাৰো। অজগৰ সাপ এটা বৰ ভয়লগা জীৱ আৰু হাতীও এটা বৰ লেঠালগা বস্তু। মই য'ত থাকো, তাত সকলো বস্তুৱেই অতি সৰু সৰু। মোক এজনী ভেৰাহে লাগে। মোক এজনী ভেৰাৰ ছবি আঁকি দিয়া।"



মই তেতিয়া এখন ছবি আঁকিলো।

ছবিখনৰ ফালে কিছু সময় মনোযোগেৰে চাই থাকি তেওঁ ক'লে :

"ওহোঁ, এই ভেৰাজনী বৰ নিশকতীয়া আৰু বেমাৰী। মোক আন এখন ছবি আঁকি দিয়া।"



তেতিয়া মই আৰু এখন ছবি আঁকিলো।

মোৰ মনত আঘাত নলগাকৈ তেওঁ শান্ত হাঁহি এটা মাৰি ক'লে :

"তুমি নিজেই চোৱাচোন, এইজনীতো মাইকী ভেৰা নহয়। এইটো দেখোন এটা মতা ভেৰা। ইয়াৰ শিং আছে।"

ফলত মই আৰু এখন ছবি আঁকিব লগা হ'ল।



কিন্তু আগৰ আটাইকেইখন ছবিৰ দৰে এইখন ছবিও তেওঁৰ পচন্দ নহ'ল।

"এই ভেৰাজনী বৰ বুঢ়ী। মোক এনে এজনী ভেৰা লাগে যিজনী বহুতদিন জীয়াই থাকিব।"

সিমান পৰে মোৰ ধৈৰ্য আৰু শেষ হৈ আহিছিল, কাৰণ ইঞ্জিনটো খুলিবলৈ মোৰ খৰ-খেদা লাগিছিল। সেই কাৰণে বিশেষ একো চিন্তা-ভাবনা নকৰাকৈ মই লৰালৰিকৈ এই ছবিখন আঁকি দিলো।



লগতে এই ছবিখনৰ এটা ব্যাখ্যাও দিলো।

"এইটো কেৱল তাইৰ বাকচ। তুমি বিচৰা ভেৰাজনী ইয়াৰ ভিতৰতে আছে।"



মই দেখি বৰ আচৰিত হ'লো যে মোৰ পোৱালি বিচাৰকৰ মুখখন হঠাতে পোহৰ হৈ উঠিল : "ঠিক এনেকুৱা এখন ছবিকেইতো মই বিচাৰিছিলো! তুমি বাৰু ভাবানেকি যে ভেৰাজনীক খাবলৈ বহুত ঘাঁহ দিবলগীয়া হ'ব পাৰে ?"

"কিয় ?"

"কাৰণ মই য'ত থাকো, তাত সকলো বস্তুৱেই অতি সৰু সৰু..."

"এইৰ কাৰণে যথেষ্ট ঘাঁহ নিশ্চয় পোৱা যাব"—মই ক'লো, "মই তোমাক নিচেই অকণমানি এজনী ভেৰা দিছো।"

তেওঁ মুৰটো হাউলাই ছবিখন চাবলৈ ধৰিলে : "তুমি যিমান সৰু বুলি কৈছা সিমান সৰু নহয় দেই! চোৱাঁ, তাই টোপনি গৈছে......"

অকণমানি ৰাজকোঁৱৰজনৰ লগত ঠিক এনেকৈয়ে মোৰ চিনাকি হ'ল।

( ৩ )

তেওঁ ক'ৰপৰা আহিছিল সেই কথা জানিবলৈ মোৰ বহুত সময় লাগিল। অকণমানি কোঁৱৰজনে মোক প্ৰশ্ন সুধি সুধি তৎ নাপায়, কিন্তু মোৰ এটা প্ৰশ্নও তেওঁৰ কাণত নোসোমায়। কথাৰ চলতে তেওঁ কোৱা ইটো-সিটো কথাৰ আঁত ধৰি ধৰিহে মই তেওঁৰ বিষয়ে সবিশেষ জানিব পাৰিলো।

উদাহৰণ স্বৰূপে, প্ৰথমবাৰ যেতিয়া তেওঁ মোৰ আকাশী-জাহাজখন দেখে ( মই আকাশী-জাহাজখনৰ ছবি আঁকিব নোখোজো, কাৰণ সেইটো মোৰ কাৰণে বৰ জটিল কাম হ'ব ) তেওঁ মোক সুধিলে :

"এইটো কি বস্তু ?"

"এইটো এটা বস্তু নহয়। ই উৰিব পাৰে। এইখন এখন আকাশী-জাহাজ। এইখন মোৰ আকাশী-জাহাজ।"

মই যে উৰি ফুৰিব পাৰো সেই কথাটো তেওঁক জনাবলৈ পাই মই বৰ গৰ্ব অনুভৱ কৰিলো।

তেওঁ আচৰিত হৈ চিঞৰি উঠিল ; তাৰ পিচত ক'লে ঃ

"কি ! তুমি আকাশৰপৰা সৰি পৰিলা ?"

"হয়"—মই নম্ৰভাৱে উত্তৰ দিলো।

"বাঃ, বৰ হাঁহি উঠা কথা !"

অকণমানি কোঁৱৰজনে ধুনীয়াকৈ খলখলাই হাঁহি উঠিল। তেওঁৰ হাঁহি শুনি মই বৰ বিৰক্ত হলো। মোৰ দুৰ্ভাগ্যক লৈ আনে ঠাট্টা-তামাচা কৰিলে মোৰ ভাল নালাগে।



তেওঁ আকৌ ক'লে ঃ

"তেন্তে তুমিও আকাশৰপৰা আহিছা ? তোমাৰ গ্ৰহ কোনটো ?"



ঠিক সেই মুহূৰ্ততে তেওঁৰ অস্তিত্বক আৱৰি ৰখা দুৰ্ভেদ্য ৰহস্যৰ মাজত মই এটা পোহৰৰ ৰেখা দেখা পালো ; মই হঠাতে তেওঁক প্ৰশ্ন কৰিলো ঃ

"তুমি আন এটা গ্ৰহৰপৰা আহিছানেকি ?"

কিন্তু তেওঁ একো উত্তৰ নিদিলে। মোৰ আকাশী-জাহাজখনৰ-পৰা চকু দুটা লৰ-চৰ নকৰি তেওঁ মূৰটো কেৱল সামান্য জোকাৰিলে ঃ

"এই কথা সঁচা যে এইটোত উঠি তুমি বহুত দূৰণি বাটৰপৰা নিশ্চয় আহিব নোৱাৰা......"

তেওঁ কিবা এটা ভাবত মগ্ন হৈ পৰিল। সেই অৱস্থাতে তেওঁ বহুত পৰ থাকিল। তাৰ পিচত তেওঁ জেপৰপৰা মোৰ ভেৰাজনী উলিয়াই সেই আপুতৰ পুতটো চাই চায়েই বহুতপৰ আপোন-পাহৰা হৈ থাকিল।

তেওঁ যে মোক 'আন আন গ্ৰহৰ' কথা কৈ আধাখিনি সত্য প্ৰকাশ কৰি দিলে, তাৰ ফলত মোৰ মনত ভীষণ কৌতূহলৰ সৃষ্টি হ'ল। সেই কথা তোমালোকে নিশ্চয় কল্পনা কৰিব পাৰিছা। এই বিষয়টো সম্পৰ্কে আৰু বেছি কথা জানিবলৈ মই খুব চেষ্টা কৰিবলৈ ধৰিলো।

"হেৰা অকণমানি মানুহটি, তুমি ক'ৰপৰা আহিছা সঁচা কথা কোৱাচোন ! তুমি যে ক'লা—'মই য'ত থাকো'—তাৰ অৰ্থ কি ? তুমি তোমাৰ ভেৰাজনী ক'লৈ লৈ যাব খোজা ?"

কিছু সময় চিন্তা-মগ্নভাৱে নীৰৱ হৈ থাকি তেওঁ উত্তৰ দিলে ঃ

"তুমি মোক যিটো বাকচ দিলা, তাৰ এটা ডাঙৰ সুবিধা হ'ল এইটোৱেই যে ৰাতি ভেৰাজনীয়ে সেইটো তাইৰ ঘৰ হিচাপে ব্যৱহাৰ কৰিব পাৰিব।"

"তুমি ঠিকেই কৈছা। তুমি যদি ভাল মানুহ হোৱা, তেন্তে দিনত ভেৰাজনীক বান্ধি থ'বলৈ মই তোমাক এডাল ৰছীও দিম ; ৰছীডাল বান্ধিবলৈ এটা খুঁটাও দিম।"





মোৰ কথা শুনি অকণমানি কোঁৱৰজনক খুব আচৰিত হোৱা যেন দেখা গ'ল। তেওঁৰ মুখত বেদনাৰ চিনো ফুটি উঠিল ঃ

"তাইক বান্ধি থ'ম! কি অদ্ভুত কথা!"

মই কলো ঃ "কিন্তু তুমি যদি তাইক বান্ধি নোথোৱা, তেন্তে তাই ফুৰি ফুৰি দূৰলৈ গুচি যাব আৰু ক'ৰবাত হেৰাই থাকিব।"

মোৰ বন্ধুজনে আকৌ খিল্‌খিলাই হাঁহি উঠিল ঃ

"কিন্তু তাইনো ক'লৈ গুচি যাব বুলি তুমি ভাবা?"

"যি কোনো ঠাইলৈকে। নাকৰ পোনে পোনে যলৈকে মন যায় তালৈকে তাই গুচি যাব পাৰে।"

তেতিয়া অকণমানি কোঁৱৰজনে গহীনাই ক'লে ঃ

"সেইটো একো কথা নহয়। মই য'ত বাস কৰো, তাত সকলো বস্তুৱেই অতি সৰু সৰু।"

তাৰ পিচত, বোধহয় সামান্য বিষাদৰ সুৰত, তেওঁ আকৌ ক'লে ঃ

"নাকৰ পোনে পোনে কোনেও তাত বেছি দূৰলৈ যাব নোৱাৰে...."

( ৪ )

মই এইদৰে দ্বিতীয় এটা ডাঙৰ কথা জানিব পাৰিলো ঃ অকণমানি কোঁৱৰজন যিটো গ্ৰহৰপৰা আহিছে, সি এটা ঘৰতকৈ বেছি ডাঙৰ নহয়। কিন্তু সেইটো কথাই আচলতে মোক বেছি আচৰিত কৰিব পৰা নাছিল। মই ভালকৈয়ে জানিছিলো যে আমি একো একোটা নাম দি মতা পৃথিৱী, বৃহস্পতি, মঙ্গল, শুক্ৰ আদি গ্ৰহৰ বাহিৰেও আৰু শ শ আন গ্ৰহ আছে; তাৰে কিছুমান ইমান সৰু যে দূৰবীক্ষণ যন্ত্ৰেৰে অতি কষ্ট কৰিহে সেইবোৰক চাব পাৰি। কোনোবা জ্যোতির্বিদে যেতিয়া তাৰে একোটা গ্ৰহ আবিষ্কাৰ কৰে, তেওঁ তাক এটা নাম দিয়াৰ পৰিবৰ্তে এটা সংখ্যাহে দিয়ে।

উদাহৰণ স্বৰূপে তেওঁ হয়তো তাক ক'ব পাৰে, 'অণু-তাৰকা ৩২৫।'

মোৰ এই কথা বিশ্বাস কৰিবলৈ ডাঙৰ যুক্তি আছিল যে অকণমানি কোঁৱৰজন যিটো গ্ৰহৰপৰা আহিছিল, সেই অণু-তাৰকাটোক বি-৬১২ নামেৰে জনা যায়।

এই অণু-তাৰকাটোক এবাৰ মাত্ৰ দূৰবীক্ষণ যন্ত্ৰৰ সহায়েৰে



দেখা গৈছিল। সি ধৰা পৰিছিল ১৯০৯ চনত, এজন তুৰ্কী জ্যোতির্বিদৰ দূৰবীক্ষণ যন্ত্ৰত।

আবিষ্কাৰটো কৰাৰ পিচত জ্যোতির্বিদজনে আন্তৰ্জাতিক জ্যোতিৰ্বিজ্ঞান কংগ্ৰেছত এটা ডাঙৰ প্ৰদৰ্শনীৰ অনুষ্ঠান কৰি সেই কথা প্ৰকাশ কৰিছিল। কিন্তু তেওঁ পিন্ধি আহিছিল তুৰ্কী সাজ-পাৰ, সেই কাৰণে তেওঁৰ কথা কোনেও বিশ্বাস নকৰিলে।

বয়সীয়া মানুহবোৰ তেনেকুৱাই হয়...



অণু-তাৰকা বি-৬১২ৰ কপালত অৱশ্যে খ্যাতি লিখা আছিল, এজন তুৰ্কী স্বেচ্ছাচাৰী শাসকে এখন নতুন আইন প্ৰবৰ্তন কৰিলে।



সেই আইনমতে তেওঁৰ প্ৰজাসকলে নিজৰ দেশীয় সাজ-পাৰ এৰি ইউৰোপীয় সাজ-পোছাক পিন্ধিবলৈ বাধ্য হ'ল। এই আইন অমান্য কৰা লোকসকলৰ কাৰণে প্ৰাণ-দণ্ডৰ ব্যৱস্থা হ'ল। সেই কাৰণে জ্যোতির্বিদজনে এইবাৰ অতি ধুনীয়া আৰু চকুত-লগা সাজ-পাৰ পিন্ধি ১৯২০ চনত তেওঁৰ আবিষ্কাৰটো আকৌ প্ৰদৰ্শনী কৰি দেখুৱালে। এইবাৰ সকলোৱেই তেওঁৰ কথা সঁচা বুলি মানি ললে।

মই যে অণু-তাৰকাটোৰ বিষয়ে তোমালোকক ইমানবোৰ কথা বহলাই কৈছো আৰু লগতে তাৰ সংখ্যাটোৰ কথাও উল্লেখ কৰিছো, সেইটো কিন্তু বয়সীয়া লোকসকল আৰু তেওঁলোকৰ

ধৰণ-কৰণৰ কথা ভাবি নহয় দেই! বয়সীয়া মানুহবোৰে সংখ্যা ভাল পায়। তুমি যদি তেওঁলোকক কোৱা যে তুমি এজন নতুন মানুহৰ লগত বন্ধুত্ব পাতিছা, তেওঁলোকে তোমাক সেই মানুহজনৰ বিষয়ে আচল জানিবলগীয়া কথাবোৰৰ সম্পৰ্কে এটাও প্ৰশ্ন নোসোধে। তেওঁলোকে তোমাক কেতিয়াও নোসোধে, 'তেওঁৰ মাতটো শুনিবলৈ কেনেকুৱা? তেওঁ কি কি খেল-ধেমালি



আটাইতকৈ ভাল পায়? তেওঁ পখিলা সংগ্ৰহ কৰেনে?' এইবোৰৰ পৰিবৰ্তে তেওঁলোকে সুধিব: 'তেওঁৰ বয়স কিমান? তেওঁৰ ভাই-ককাই কেইজন আছে? তেওঁৰ ওজন কিমান? তেওঁৰ দেউতাকৰ উপাৰ্জন কিমান?' তেওঁলোকে ভাবে যে কেৱল এই সংখ্যাবোৰৰ পৰাহে তেওঁলোকে মানুহজনৰ বিষয়ে জানিবলগীয়া কথাখিনি জানিব পাৰে।



তুমি যদি বয়সীয়া লোকসকলক কোৱা: "মই গুলপীয়া ইটাৰে সজা এটা ধুনীয়া ঘৰ দেখিছিলো। ঘৰটোৰ খিৰিকী কাষত জিৰেনিয়াম্ ফুল আৰু চালৰ ওপৰত পাৰ চৰাই আছে"— তোমাৰ কথাৰপৰা তেওঁলোকে ঘৰটোৰ বিষয়ে একো ধাৰণাই কৰিব নোৱাৰিব। তুমি তেওঁলোকক ক'ব লাগিব: "মই এটা ঘৰ দেখিছিলো—যিটো ঘৰ সাজোতে ৮০,০০০ টকা খৰচ পৰিছে।" তেওঁলোকে তেতিয়া আচৰিত হৈ চিঞৰি উঠিব: "বাঃ, কি সুন্দৰ সেই ঘৰটো!"

ঠিক তেনেকৈয়ে, তুমি তেওঁলোকক ক'ব পাৰা: "অকণমানি কোঁৱৰ যে সঁচাকৈয়ে আছে, তাৰ প্ৰমাণ হ'ল—তেওঁ খুব মৰম লগা ল'ৰা। তেওঁ খুব হাঁহিছিল, তেওঁ এজনী ভেৰা বিচাৰিছিল। কোনোবাই যদি এজনী ভেৰা বিচাৰে, তেন্তেতেওঁ থকাৰ সেইটোৱেই নিশ্চয় ডাঙৰ প্ৰমাণ।" কিন্তু তেওঁলোকক এইবোৰ কথা কৈ কি লাভ হ'ব? তেওঁলোকে নিজৰ কান্ধ দুখন জোকাৰিব আৰু তোমাক এটা সৰু ল'ৰাৰ নিচিনাকৈ ব্যৱহাৰ কৰিব। কিন্তু যদি তুমি তেওঁলোকক কোৱা: "তেওঁ যিটো গ্ৰহৰপৰা আহিছে তাৰ নাম হ'ল বি-৬১২"—তেতিয়া তেওঁলোক লগে লগে পতিয়ন যাব আৰু তোমাক প্ৰশ্ন সুধি সুধিও অস্থিৰ নকৰিব!

বয়সীয়া মানুহবোৰ তেনেকুৱাই। তেওঁলোকৰ বিৰুদ্ধে ওজৰ-আপত্তি কৰি লাভ নাই। ল'ৰা-ছোৱালীয়ে সদায় বয়সীয়া লোক-সকলৰ প্ৰতি অতি বেছি সহনশীলতাৰ ভাব দেখুওৱা উচিত। কিন্তু আমি যিসকলে জীৱনটো কি বস্তু সেই কথা ভালকৈ বুজি পাওঁ, তেওঁলোকৰ কাৰণে সংখ্যাবোৰৰ নিশ্চয় বিশেষ একো অৰ্থ নাই। মই মোৰ এই কাহিনীটো অপেশ্বৰীৰ সাধুৰ নিচিনাকৈ আৰম্ভ কৰিব পৰা হ'লে খুব ভাল পালোহেঁতেন। মই এনেকৈ ক'বলৈ ভাল পালোহেঁতেন: "এসময়ত এজন অকণমানি ৰাজকোঁৱৰ আছিল। তেওঁ এনে এটা গ্ৰহত বাস কৰিছিল, যিটো গ্ৰহ

তেওঁতকৈ অলপহে ডাঙৰ আছিল। তেওঁৰ এজন বন্ধুৰ খুব প্ৰয়োজন আছিল......"

যিসকলে জীৱনটোক ভালকৈ বুজি পায়, তেওঁলোকক ঠিক এনে ধৰণৰ বৰ্ণনাইহে মোৰ কাহিনীটোৰ সত্যতা সম্পৰ্কে বেছিকৈ পতিয়ন নিয়ালেহেঁতেন।

মোৰ কিতাপখন কোনোবাই ওপৰে-ওপৰে চকু ফুৰাই অৰ্থাৎ অমনোযোগী হৈ পঢ়ক—সেইটো মই নিবিচাৰো। মোৰ এই সোঁৱৰণীবোৰ লিখিবলৈ গৈ মই অন্তৰত যথেষ্ট শোকৰ খুন্দা সহিছো। মোৰ বন্ধুজনে তেওঁৰ ভেৰাজনী লৈ মোৰ ওচৰৰপৰা আঁতৰি যোৱা আজি ছবছৰ পাৰ হৈ গ'ল। মই যেন কেতিয়াও তেওঁক পাহৰি নাযাওঁ সেইটো সুনিশ্চিত কৰিবলৈকে মই তেওঁৰ কথা ইয়াত বৰ্ণনা কৰিছো। বন্ধুক পাহৰি যোৱাটো বৰ দুখৰ কথা। প্ৰত্যেক মানুহৰে বন্ধু নাথাকে। মই যদি তেওঁক পাহৰি যাওঁ, তেন্তে ময়ো সেই বয়সীয়া লোকসকলৰ নিচিনাই হ'ম—যিসকলৰ সংখ্যাৰ বাহিৰে আন একো কথাৰ প্ৰতিয়েই আগ্ৰহ নাই।

ঠিক এই উদ্দেশ্যেৰেই মই এটা ৰঙৰ বাকচ্ আৰু কেইডালমান পেন্চিলো কিনিছো। ছয়বছৰ বয়সত মই এটা অজগৰ সাপৰ ভিতৰৰ আৰু বাহিৰৰ ছবি দুখন আঁকিছিলো; সেই তেতিয়াৰে-পৰা মই আন কোনো ছবি আঁকি পোৱা নাই। এনে স্থলত মোৰ বৰ্তমান বয়সত ছবি আঁকিবলৈ পুনৰ আৰম্ভ কৰাটো নিশ্চয় টান কাম। মই মোৰ ছবিবোৰ আচল মানুহজনৰ লগত মিল ৰাখি অবিকলভাৱে আঁকিবলৈ নিশ্চয় চেষ্টা কৰিম। কিন্তু মই কৃতকাৰ্য হম নে নহম সেই বিষয়ে মই নিশ্চিত নহওঁ। এখন ছবি হয়তো ঠিকেই হ'ব, কিন্তু আন কোনোবা এখনৰ আকৌ বিষয়-বস্তুৰ লগত কোনো মিল নাথাকিবও পাৰে। অকণমানি কোঁৱৰজনৰ শৰীৰৰ উচ্চতাৰ বিষয়েও মই মাজে মাজে ভুল কৰো; কোনোবা এখন ছবিত তেওঁ বৰ ওখ হয় আৰু আন কোনোবা এখন



ছবিত তেওঁ বৰ চাপৰ হয়। তদুপৰি তেওঁৰ সাজ-পাৰৰ ৰং সম্পৰ্কেও মই কিছু সন্দেহ অনুভৱ কৰো। সেই কাৰণে কেতিয়াবা ভাল কৰি, কেতিয়াবা বেয়া কৰি মই যিমান পাৰো আঁকি থাকিবলৈ চেষ্টা কৰো; মই আশা কৰো যে মোৰ ছবিবোৰ অতি ভাল নহ'লেও মোটামোটি ভাল বা মজলীয়া ধৰণৰ হ'ব।

কিছুমান অতি গুৰুত্বপূৰ্ণ খুঁটি-নাটিৰ বিষয়তো মই হয়তো ভুল কৰিম। কিন্তু তাৰ কাৰণে মোক বোধহয় জগৰীয়া কৰিব পৰা নাযাব। মোৰ বন্ধুৱে কোনো এটা কথাকেই মোক স্পষ্টভাৱে বুজাই কোৱা নাছিল। তেওঁ বোধহয় ভাবিছিল যে ময়ো ঠিক তেওঁৰ নিচিনাই। কিন্তু হায়, এটা বাকচৰ বেৰাৰ মাজেদি তাৰ ভিতৰত থকা ভেৰা এজনী চোৱাৰ শক্তি মোৰ নাই। খুব সম্ভৱ ময়ো কিছু পৰিমাণে বয়সীয়া লোকসকলৰ নিচিনাই। মোৰো বয়স বাঢ়িছিল, মই ডাঙৰ হ'বলৈ বাধ্য হৈছিলো।

( ৫ )

প্ৰতিটো দিন পাৰ হৈ যোৱাৰ লগে লগে মই নানা কথা-বাৰ্তাৰ যোগেদি মোৰ বন্ধুজনৰ বিষয়ে অলপ অলপকৈ ইটো-সিটো কথা জানিবলৈ ধৰিছিলো: তেওঁৰ গ্ৰহটোৰ কথা, তেওঁ তাৰপৰা কেনেকৈ আহিল, তেওঁৰ ভ্ৰমণ-বৃত্তান্ত ইত্যাদি। তেওঁ হয়তো কিবা এটা ভাবি কিবা এষাৰ কথা কৈ পেলাইছে, তেতিয়া মই তেওঁৰ বিষয়ে আৰু এটা নতুন কথা জানিলো—এনেকৈ খুব লাহে-ধীৰেহে তেওঁৰ মুখৰপৰা কথাবোৰ ওলাইছিল। ঠিক এনেকৈয়ে তৃতীয় দিনৰ দিনাখন মই তেওঁৰপৰা 'বাওবাব্'বোৰ দুৰ্ঘটনাৰ কথা জানিব পাৰিলো।

আগৰ কেইবাবাৰৰ নিচিনাকৈ এইবাৰো ভেৰাজনীৰ জৰিয়তহে মোৰ এই কথাটো জনা হ'ল। হঠাৎ যেন কিবা এটা কথাত তেওঁৰ ডাঙৰ সন্দেহ হৈছে—এনে এটা ভাবেৰে তেওঁ হঠাৎ এষাৰ

মোক সুধিলে ঃ "ভেৰাই সৰু সৰু জোপোহা গছবোৰ খায়, নহয় জানো ?"

"হয়, সেই কথা সঁচা।"

"বাহ্, কথাটো শুনি মোৰ খুব ভাল লাগিল।"

ভেৰাই জোপোহা গছ খোৱাটোনো কিয় ইমান ডাঙৰ কথা হ'ল সেই কথা মই বুজি নাপালো। কিন্তু অকণমানি কোঁৱৰজনে লগে লগে ক'লে ঃ

"তেন্তে এই কথা আৰু ক'বই নালাগে যে সিহঁতে 'বাওবাবো' খায় ?"

মই অকণমানি কোঁৱৰক মনত পেলাই দিলো যে 'বাওবাব্' সৰু সৰু জোপোহা গছ নহয় ; বৰং সিহঁত একোটা দুৰ্গৰ সমান ওখ



ওখ গছ। অকণমানি কোঁৱৰে যদি এপাল হাতীকো তেওঁৰ লগত লৈ যায়, সিহঁতে এডাল মাত্ৰ 'বাওবাব'কো খাই শেষ কৰিব নোৱাৰিব।



হাতীৰ পালৰ কথা শুনি অকণমানি কোঁৱৰৰ হাঁহি উঠি গ'ল।

"আমি সিহঁতক ইটোৰ ওপৰত সিটোক থিয় কৰাইহে ৰাখিব লাগিব"—তেওঁ ক'লে।

কিন্তু এইখিনিতে তেওঁ জ্ঞানী মানুহৰ দৰে এষাৰ মন্তব্য কৰিলে ঃ

"কিন্তু প্ৰকাণ্ড গছ হোৱাৰ আগতে 'বাওবাব্'বোৰে নিচেই অকণমানি হৈয়েই আৰম্ভ কৰে।"

"সেই কথা একেবাৰে সঁচা—মই ক'লো,—"কিন্তু ভেৰাজনীয়ে পুলি 'বাওবাব্'বোৰ খোৱাটো তুমি কিয় বিচাৰা ?"

"বাহ, কি কথাবোৰ যে তুমি কোৱা" !—তেওঁ লগে লগে মোৰ কথাৰ এনেভাৱে উত্তৰ দিলে যেন এনেকুৱা এটা দেখ্ দেখ্কৈ ওলাই থকা কথাৰ ওপৰত বেছি কথা খৰচ কৰিবৰ একো দৰকাৰ নাই। ফলত এই সমস্যাটো কাৰো একো সহায় নোহোৱাকৈ অকলেই সমাধান কৰিবলৈ মই মনে মনে এটা প্ৰবল চেষ্টা কৰিবলৈ বাধ্য হলো।

পিচত মই আচলতেই জানিব পাৰিলো যে আন সকলো গ্ৰহত থকাৰ নিচিনাকৈ অকণমানি কোঁৱৰ বাস কৰা গ্ৰহটোতো ভাল আৰু বেয়া দুয়োবিধ উদ্ভিদ্ আছে। তাৰ ফল স্বৰূপে ভাল গুটিৰপৰা ভাল গছ হয় আৰু বেয়া গুটিৰপৰা বেয়া গছ হয়। কিন্তু গুটিবোৰক ভাগ ভাগ কৰিব নোৱাৰি। সিহঁতৰ কোনোবা এটাৰ সাৰ পাই উঠিবৰ ইচ্ছা নোহোৱালৈকে গুটিবোৰ পৃথিৱীৰ গৰ্ভৰ অন্ধকাৰত শুই থাকে। তেনেতে কোনোবা এটা গুটিয়ে—প্ৰথমে খুব ভয়ে ভয়ে নিজকে অলপ বহলকৈ মেলি দিয়ে, আৰু কাৰো গাত আঘাত নলগাকৈ এটা অকণমানি ঠেঙুলি সূৰ্যৰ ফালে ঠেলি দিবলৈ আৰম্ভ কৰে। ই যদি এজোপা মূলা গছৰ অকণমানি পুলি বা এজোপা গোলাপৰ এটা ঠেঙুলি হয়, তেন্তে তাৰ য'তে গজিবলৈ ইচ্ছা ত'তে গজিবলৈ মানুহে এৰি দিয়ে। কিন্তু যদিহে ই এজোপা বেয়া গছ হয়, তেন্তে

তাক চিনি পোৱা মাত্ৰকতে মানুহে যিমান সোনকালে পাৰে তাক নষ্ট কৰি পেলাব লাগিব।



বাওবাব্

যিটো গ্ৰহত অকণমানি কোঁৱৰৰ ঘৰ আছিল, তাত কিছুমান সাংঘাতিক বেয়া গুটি আছিল আৰু এইবোৰ আছিল 'বাওবাব্' গছৰ গুটি। গ্ৰহটোৰ মাটিবোৰ এই গুটিবোৰেই ভৰি আছিল। এই বাওবাব্ গছবোৰ এনেকুৱা এটা বস্তু যে তুমি যদি সময় থাকোতেই তাক নষ্ট কৰি নেপেলোৱা তেন্তে তুমি আৰু কেতিয়াও তাৰ পৰা পৰিত্ৰাণ পাব নোৱাৰা। ই গোটেই গ্ৰহটো ছাটি ধৰে। ই তাৰ শিপাৰে গোটেই গ্ৰহটো থকা-সৰকা কৰি পেলায়। আৰু



যদি গ্ৰহটো সৰু হয় আৰু বাওবাব্ গছৰ সংখ্যা বেছি হয়, তেন্তে সিহঁতে গ্ৰহটোক টুকুৰা-টুকুৰ কৰি ভাঙি পেলায়··· ····

"ই হ'ল এটা নিয়মানুবৰ্তীতাৰ প্ৰশ্ন"—অকণমানি কোঁৱৰে পিচত এদিন মোক কৈছিল। "ৰাতিপুৱা তুমি যেতিয়া গ.-পা ধুই নিজকে পৰিষ্কাৰ কৰাৰ কাম শেষ কৰা, তাৰ পিচত ঠিক তেনেকৈয়ে অতি সযতনে তোমাৰ গ্ৰহটো পৰিষ্কাৰ কৰাৰ কাম আৰম্ভ কৰিব লাগিব। যি মুহূৰ্ত্ততে তুমি গোলাপ ফুলৰ-পৰা বাওবাব্ গছবোৰ পৃথক কৰি চিনি পোৱা—প্ৰথম অৱস্থাত গোলাপ আৰু বাওবাব্ দুয়োবিধ গছকে সম্পূৰ্ণ একে যেনেই দেখি—ঠিক সেই মুহূৰ্ত্ততে তুমি নিয়মিতভাৱে বাওবাব্ গছৰ পুলিবোৰ উভালি পেলাব লাগিব। ই এটা বৰ আমনি লগা কাম, কিন্তু কৰিবলৈ নিচেই উজু।"

এদিন তেওঁ মোক আকৌ ক'লে, "তুমি এখন ধুনীয়া ছবি আঁকিব লাগিব যাতে তুমি য'ত থাকা তাৰ ল'ৰা-ছোৱালীবোৰে অবিকল ৰূপত এই গোটেই বস্তুবোৰ চাব পাৰে। তেওঁলোকে যদি কেতিয়াবা তালৈ ভ্ৰমণ কৰিবলৈ আহে, তেন্তে এই ছবিখন তেওঁলোকৰ খুব কামত লাগিব।" অলপ সময় ৰৈ তেওঁ আকৌ ক'লে, "কেতিয়াবা হয়তো কিবা এটা কাম আন এদিনা কৰিবলৈ পেলাই থোৱাটো বৰ দোষৰ কথা নহয়। কিন্তু সি যদি বাওবাবৰ লগত সম্পৰ্ক থকা কাম হয়, তেন্তে সি সাংঘাতিক বিপদৰ কথা। মই এটা গ্ৰহৰ কথা জানো, তাত এজন অতি এলেহুৱা মানুহ বাস কৰিছিল। তেওঁ তিনিজোপা সৰু সৰু জোপোহা গছক বৰ অবহেলা কৰিছিল..."

ঠিক এনেকৈ, অকণমানি কোঁৱৰজনে বৰ্ণনা কৰা মতে মই সেই গ্ৰহটোৰ এখন ছবি আঁকিলো। মই নীতি-বাগীশৰ সুৰত কথা কবলৈ বৰ ভাল নাপাওঁ। কিন্তু অন্ততঃ এবাৰৰ কাৰণে মই মোৰ সংকোচ ভাঙিব লগা হ'ল, কাৰণ মানুহে বাওবাবৰপৰা হ'ব পৰা

বিপদৰ কথা ভালকৈ বুজি নাপায়, আৰু গ্ৰহাণুত (asteroid) বাট হেৰুৱাই পেলোৱা মানুহে নানা প্ৰকাৰৰ বিপদ-বিঘিনিৰ সন্মুখীন হ'ব লগা হ'ব পাৰে। ল'ৰা-ছোৱালীহঁতক উদ্দেশ্য কৰি মই ক'ব খোজো, "ময়নাহঁত, বাওবাবৰ প্ৰতি চোকা নজৰ ৰাখিবা।"

মোৰ নিচিনাকৈ মোৰ বন্ধুবোৰেও বহুত দিন ধৰি এই বিপদৰ-পৰা কাণে কাণ মাৰিহে হাত সাৰি আছে; অৱশ্যে সেই কথা তেওঁলোকে কেতিয়াও গম পোৱা নাই। তেওঁলোকৰ কথা ভাবিয়েই মই খুব পৰিশ্ৰম কৰি এই ছবিখন আঁকিছো। ইয়াৰ দ্বাৰাই তেওঁলোকলৈ মই যি শিক্ষা আগ বঢ়াইছো তাৰ তুলনাত মোৰ এই কষ্ট একোৱেই নহয়।

তোমালোকে হয়তো মোক সুধিবা, "বাওবাবৰ ছবিখন যিমান চমৎকাৰ আৰু আকৰ্ষণীয় হৈছে, তেনেকুৱা আৰু আন ছবি এই কিতাপখনত কিয় নাই?"

তাৰ উত্তৰ অতি সহজ। মই যত্ন কৰিছিলো, কিন্তু আনবোৰ ছবিৰ ক্ষেত্ৰত মই কৃতকাৰ্য হ'ব নোৱাৰিলো। কিন্তু বাওবাবৰ ছবিখন আঁকোতে এটা জৰুৰী প্ৰয়োজন সম্পৰ্কে মই অতি সচেতন হৈ আছিলো, আৰু সিয়েই মোক এনেভাৱে অনুপ্ৰাণিত কৰিছিল যে মোতকৈ অনেকগুণে বেছি প্ৰবল এটা শক্তিয়ে মোৰ হৈ কাম কৰিছিল।

( ৬ )



অ' অকণমানি কোঁৱৰটি? তোমাৰ বিষাদময় আৰু অকণমানি জীৱনৰ সকলো গোপন ৰহস্য অকণ অকণকৈ মই জানিবলৈ ধৰিলো........বেলি মাৰ যোৱাৰ দৃশ্য চাই থকাৰ নিভৃত আনন্দই আছিল বহুদিন ধৰি তোমাৰ একমাত্ৰ আমোদৰ খোৰাক! এই নতুন কথাযাৰ মই চতুৰ্থ দিনৰ ৰাতিপুৱা জানিব পাৰিলো। তুমি সেইদিনা মোক কৈছিলা—

"মই বেলি মাৰ যোৱাৰ দৃশ্য চাই বৰ ভাল পাওঁ। আহাঁ, আমি এতিয়া কিছু সময় বেলি মাৰ যোৱাৰ দৃশ্য চাওঁগৈ।"

"কিন্তু আমি নিশ্চয় অপেক্ষা কৰিব লাগিব"—মই ক'লো।

"অপেক্ষা কৰিব লাগিব! কাৰ কাৰণে?"

"বেলি মাৰ যোৱাৰ কাৰণে। বেলি মাৰ যোৱাৰ সময় নোহোৱালৈকে আমি অপেক্ষা কৰিব লাগিব।"

প্ৰথমতে তোমাক অতি আচৰিত হোৱা যেন দেখা গ'ল। তাৰ পিচত তুমি আপোন মনে হাঁহিলা। তুমি মোক কলা :

"মই সদায় ভাবি আছো যেন মই নিজৰ ঘৰতেই আছো!"

ঠিক তেনেকুৱাই হয়। প্ৰত্যেকেই জানে যে আমেৰিকা যুক্ত-ৰাষ্ট্ৰত যেতিয়া দুপৰীয়া হয়, ফ্ৰান্সত তেতিয়া গধূলি হয়। তুমি যদি এক মিনিটৰ ভিতৰতে ফ্ৰান্সলৈ উৰি যাব পাৰা, তুমি চিধা-চিধি দুপৰীয়াৰপৰা সূৰ্যাস্তলৈ গুচি যাব পাৰা। কিন্তু দুৰ্ভাগ্যৰ কথা যে সেইটো কৰিবলৈ ফ্ৰান্স হল বহুত দূৰণিৰ বাট। কিন্তু মোৰ অকণমানি কোঁৱৰটি, তোমাৰ এধানমানি গ্ৰহটিত তাৰ কাৰণে তোমাৰ চকীখন কেইখোজমান লৰ-চৰ কৰিলেই হ'ল। তুমি যেতিয়াই ইচ্ছা কৰা তেতিয়াই তুমি দিনটো শেষ হৈ অহা আৰু গধূলি আৰম্ভ হোৱা দেখিব পাৰা।"

"এদিন মই চৌচল্লিশ বাৰ বেলি মাৰ যোৱা দেখিবলৈ পাইছিলো"—তুমি মোক কলা।

তাৰ অলপ পাছতে তুমি মোক আকৌ কলা :

"জানা, যেতিয়া কাৰোবাৰ মনটো বিষাদেৰে ভৰি থাকে, তেতিয়া তেওঁ সূৰ্যাস্ত চাবলৈ বৰ ভাল পায়· ····"

"যিদিনা তুমি দিনটোত চৌচল্লিশবাৰ বেলি মাৰ যোৱা দেখিছিলা, সেই দিনা তোমাৰ মনটো বৰ বিষণ্ণ হৈ আছিল নেকি?" মই সুধিলো।

কিন্তু অকণমানি কোঁৱৰজনে কোনো উত্তৰ নিদিলে।

( ৭ )

পঞ্চম দিনৰ দিনা অকণমানি কোঁৱৰজনৰ জীৱনৰ আৰু এটা গোপন ৰহস্য মই জানিব পাৰিলো। এইবাৰো সদায় হোৱাৰ



নিচিনাকৈ ভেৰাজনীৰ জৰিয়তে সেইটো সম্ভৱ হ'ল। তেওঁ হঠাতে মোক এটা প্ৰশ্ন কৰিলে। অকস্মাতে সেই প্ৰশ্নটো কৰিবলৈ ইয়াৰ আগতে সেই বিষয়ে কোনো আলোচনাই হোৱা নাছিল। কিন্তু তেওঁ যেন বহুদিন ধৰি মনে মনে তেওঁৰ সেই সমস্যাটোৰ বিষয়ে মনে মনে চিন্তা কৰি আছিল এনেভাৱে তেওঁ মোক ঘপৰাই সুধিলে :

"ভেৰাই যদি সৰু সৰু জোপোহা গছবোৰ খায়, তেন্তে তাই বাৰু ফুলো খাইনেকি?"

"ভেৰাই চকুৰ আগত যিহকে দেখে তিহকে খায়"—মই উত্তৰ দিলো।

"আনকি কাঁইট থকা ফুলো খায়?"

"ওঁ, আনকি কাঁইট থকা ফুলো খায়।"

"তেন্তে কাঁইটবোৰ যে থাকে, সেই বোৰৰনো কি কাম?"

মই তাৰ উত্তৰ জনা নাছিলো। ঠিক সেই মুহূৰ্তত মই ইঞ্জিনত লাগি থকা এটা বল্টু খুলিবলৈ খুব চেষ্টা কৰি আছিলো। মই খুব চিন্তিত হৈ পৰিছিলো, কাৰণ এই কথা মোৰ চকুত স্পষ্ট হৈ পৰিছিল যে মোৰ ইঞ্জিনৰ গণ্ডগোলটো অতি জটিল বিধৰে আছিল। মোৰ খোৱা পানীও ইমান সামান্যহে বাকী আছিলগৈ যে আটাইতকৈ ডাঙৰ বিপদটোৰ ভয়ে মোৰ মনত তেতিয়া প্ৰবেশ কৰিছিল।

"কাঁইটবোৰ—সেইবোৰৰনো কি কাম বাৰু?"

অকণমানি কোঁৱৰজনে এবাৰ কিবা এটা প্ৰশ্ন আৰম্ভ কৰিলে সেইটো শেষ নকৰাকৈ কেতিয়াও নেৰে। মোৰ কথা ক'বলৈ হ'লে, বল্টুটোৰ চিন্তাই মোক ব্যতিব্যস্ত কৰি তুলিছিল। মোৰ মনত প্ৰথম যিটো কথা খেলালে তাকে কৈ মই তেওঁৰ প্ৰশ্নৰ উত্তৰ দিলো :

"কাঁইটবোৰৰ আন কোনো কাম নাই। মানুহক আমনি দিবলৈকে ফুলৰ কাঁইট থাকে।"

"অ'!"

এক মুহূৰ্তৰ কাৰণে সম্পূৰ্ণ নীৰৱতা বিৰাজ কৰিলে। তাৰ

পিচত এক প্ৰকাৰ অসন্তুষ্টিৰ সুৰেৰে অকণমানি কোঁৱৰজনে উত্তেজিত হৈ মোক ক'লে,

"মই তোমাক বিশ্বাস নকৰো! ফুলবোৰ হ'ল অতি দুৰ্বল প্ৰাণী। সিহঁত অতি সৰল-চিতীয়া। সিহঁতে যিমান পাৰে নিজকে অভয় দিবলৈ চেষ্টা কৰে। সিহঁতে ভাবে যে সিহঁতৰ কাঁইটবোৰ হ'ল অতি সাংঘাতিক অস্ত্ৰ·····"

মই একো উত্তৰ নিদিলো। সেই মুহূৰ্তত মই নিজকে নিজে কৈছিলো:

"এই বল্টুটো যদি ঘূৰিব নোখোজে, তেন্তে মই তাক হাতুৰীৰে কোবাই ভাঙি পেলাম।" অকণমানি কোঁৱৰজনে আকৌ মোৰ চিন্তাত আউল লগাই দিলে:

"তুমি সঁচাকৈয়ে বিশ্বাস কৰা যে ফুলবোৰে······"

"ওহো, নহয়, নহয়, নহয়"!—মই চিঞৰি উঠিলো—"মই সেইবোৰ একো কথা বিশ্বাস নকৰো। মোৰ মগজুত প্ৰথমে যিটো কথা খেলালে—মই তাকে তোমাক কৈ পেলালো। তুমি দেখা নাইনে মই এটা খুব জৰুৰী ডাঙৰ কামত লাগি আছো?"

স্বৰগ্ পৰা মানুহৰ দৰে তেওঁ মোলৈ ৰ লাগি চাই ৰ'ল।

"খুব জৰুৰী ডাঙৰ কথা!"

তেওঁ মোলৈ চাই ৰ'ল, মোৰ হাতত হাতুৰী, ইঞ্জিনৰ গ্ৰীজেৰে মোৰ আঙুলিবোৰ ক'লা, আৰু মই যিটো বস্তুৰ ওপৰত হাউলি কাম কৰি আছিলো—সেই বস্তুটো তেওঁৰ চকুত আছিল নিশ্চয় অতিশয় কুৎসিত্।

"তুমি ঠিক বয়সীয়া মানুহৰ নিচিনাকৈ কথাবোৰ কৈছা!"

তেওঁৰ কথাই মোক সামান্য লজ্জিত কৰি তুলিলে। কিন্তু তেওঁ মোক ৰক্ষা নিদি কৈয়েই থাকিবলৈ ধৰিলে:

"তুমি গোটেই কথাবোৰ সানি-পিতিকি একাকাৰ কৰি পেলাইছা······তুমি বেবেৰিবাং বকিব ধৰিছা······"



তেওঁৰ সঁচাকৈয়ে খুব খং উঠিছিল। তেওঁ তেওঁৰ সোণালী চুলিকোছা বতাহত উৰাই দিলে।

"মই এটা গ্ৰহৰ কথা জানো, তাত এজন ৰঙামুৱা মানুহ আছিল। তেওঁ জীৱনত কেতিয়াও এপাহ ফুলৰ গোন্ধ লৈ পোৱা নাছিল। তেওঁ কেতিয়াও এটা তৰালৈ চকু দি পোৱা নাছিল। তেওঁ কেতিয়াও কাকো ভাল পাই পোৱা নাছিল। সংখ্যাবোৰ যোগ কৰাৰ বাহিৰে তেওঁ জীৱনত আন একো কামকে কৰি পোৱা নাছিল। আৰু গোটেই দিনটো ধৰি তেওঁ ঠিক তোমাৰ নিচিনাকৈ একেটা কথাকে বাৰে বাৰে কৈ আছিল: 'মই খুব ডাঙৰ কামত ব্যস্ত হৈ আছো।' ফলত তেওঁ গৰ্বত ফুলি পৰিছিল। কিন্তু তেওঁ মানুহ নাছিল, তেওঁ আছিল আচলতে এটা কাঠফুলা!"

"কি আছিল তেওঁ?"

"এটা কাঠফুলা!"

অকণমানি কোঁৱৰজন খঙত ৰঙা হৈ পৰিছিল।

"লাখ লাখ বছৰ ধৰি ফুলে কাঁইট গজাই আহিছে। লাখ লাখ বছৰ ধৰি ভেৰাই সেই কাঁইটীয়া ফুলবোৰকে খাই আহিছে। নিজৰ কোনো কামত নলগা কাঁইটবোৰ গজাবলৈ ফুলে কিয় ইমান কষ্ট স্বীকাৰ কৰে। সেই কথা বুজিবলৈ চেষ্টা কৰাটো একো জৰুৰী ডাঙৰ কাম নহয়নেকি? ভেৰা আৰু ফুলৰ মাজত চলা এই যুদ্ধখন একো ডাঙৰ ঘটনা নহয়নেকি? শকত ৰঙামুৱা মানুহজনৰ অংক যোগ কৰাতকৈ ই বহুত ডাঙৰ আৰু জৰুৰী ঘটনা নহয়নেকি? আৰু মই যদি—মই নিজে এনে এপাহ ফুলৰ কথা জানো—পৃথিৱীত যাৰ কোনো তুলনা নাই—যিপাহ ফুল মোৰ গ্ৰহটোৰ বাহিৰে আন ক'তো নগজে, কিন্তু যিপাহ ফুল যিকোনো এদিন ৰাতিপুৱা এজনী ভেৰাই একেটা কামোৰতে শেষ কৰি দিব পাৰে, আনকি তাই কি কৰিছে নিজে সেই কথা

নজনাকৈয়ে তাই সেই কাম কৰিব পাৰে—উস ! তুমি ভাবা যে সেইটো একো ডাঙৰ ঘটনা নহয় !”

কথাবোৰ কোৱাৰ লগে লগে তেওঁৰ মুখখন আগতকৈ বেছি ৰঙা পৰি আহিল :

“যদি কোনোবাই ফুল ভাল পায়, আৰু অৰ্বুদ-কোটি তৰাৰ মাজত মাত্ৰ এপাহহে তেনেকুৱা ফুল ক'ৰবাত গজে, তেন্তে কেৱল তৰা চাই থকাটোৱেই এজন মানুহক সুখী কৰিবলৈ যথেষ্ট। তেওঁ নিজকে ক'ব পাৰে: ‘সেই তৰাবোৰৰ মাজৰে কোনোবা এটাত মোৰ ফুলপাহ নিশ্চয় আছে……’কিন্তু যদি ভেৰাই ফুলপাহ খাই পেলায়, তেন্তে এক মুহূৰ্তৰ ভিতৰতে তেওঁৰ সকলোবোৰ তৰা আন্ধাৰে গ্ৰাস কৰি পেলাব।……..আৰু তুমি ভাবা সেইটো একো ডাঙৰ ঘটনা নহয় !”

তেওঁ আৰু বেছি কথা ক'ব নোৱাৰিলে। উচুপনিয়ে তেওঁৰ কথাবোৰ থোকাথুকি কৰি তুলিলে।

ৰাত্ৰি নামি আহিল। মই হাতৰপৰা মোৰ কাম কৰা সঁজুলিবোৰ খহি পৰিবলৈ এৰি দিলো। মোৰ হাতুৰী, মোৰ বল্টু, আনকি পিয়াহ, কিংবা মৃত্যু—এইবোৰৰ এতিয়া আৰু কি অৰ্থ আছে ? তৰাবোৰৰ মাজৰ এটা গ্ৰহ, মোৰ গ্ৰহ, এই পৃথিৱী, তাত এজন অকণমানি কোঁৱৰ আছে আৰু তেওঁক এতিয়া নিচুকাবৰ প্ৰয়োজন হৈছে। মই তেওঁক দুই বাহুৰে সাৱটি ধৰি দোলাবলৈ ধৰিলো। মই তেওঁক ক'লো :

“তুমি ভাল পোৱা ফুলপাহৰ কোনো বিপদৰ ভয় নাই। মই তোমাৰ ভেৰাজনীৰ মুখত এটা সোপা আঁকি দিম। তোমাৰ ফুলপাহৰ চাৰিওফালে মই এখন জেওৰা আঁকি দিম। মই…”

তেওঁক ক'বলৈ মোৰ মুখত আৰু কথা নোলাল। মোৰ নিজকে খুব নিৰ্বোধ আৰু দিশহাৰা যেন লাগিল। মই আকৌ কেনেকৈ তেওঁক ঢুকি পাম, আকৌ কেনেকৈ তেওঁৰ লগ ল'ম



আৰু আগৰ নিচিনাকৈ আকৌ এবাৰ দুয়ো হাতত ধৰা-ধৰিকৈ ফুৰিবলৈ যাম—সেই কথা মই ভাবি পোৱা নাছিলো।

চকু-পানীৰ দেশ, ই এনেকুৱাই এখন গোপন ঠাই।

( ৮ )

মই অতি সোনকালেই এই ফুলপাহৰ বিষয়ে বেছি কথা জানিবলৈ আৰম্ভ কৰিলো। অকণমানি কোঁৱৰজনৰ গ্ৰহটোত ফুলবোৰ সদায় আছিল এটা অতি সৰল বস্তু। সিহঁতৰ পাহিৰ শাৰী আছিল মাত্ৰ এটা, সিহঁতক অকণো ঠাই নালাগিছিল, সিহঁতে কাকো আমনি নকৰিছিল। এদিন ৰাতিপুৱা সিহঁতে ঘাঁহনিৰ মাজত মুখ উলিয়াব আৰু গধূলিৰ লগে লগে সিহঁত শান্তভাৱে মৰহি নোহোৱা হৈ যাব। কিন্তু এদিন কোনেও নজনা এখন ঠাইৰপৰা উৰি অহা এটা গুটিৰপৰা এপাহ নতুন ফুলৰ জন্ম হ'ল। অকণমানি কোঁৱৰজনৰ গ্ৰহত থকা আন কোনো ফুল-কলিৰ লগতেই এই ফুল-কলিটিৰ কোনো মিল নাছিল ; তেওঁ এই ফুল-কলিটিক তন্ন-তন্নকৈ চাবলৈ ধৰিলে। তোমালোকে নিশ্চয় বুজিছা, ই এক নতুন প্ৰকাৰৰ বাওবাবোতো হ'ব পাৰে।

কিন্তু গছ-পুলিটোৰ বাঢ়ন সোনকালেই বন্ধ হ'ল, আৰু সি এপাহি ফুল সৃষ্টি কৰিবলৈ সাজু হ'বলৈ আৰম্ভ কৰিলে। প্ৰকাণ্ড ফুল-কলিটোৱে প্ৰথম মুখ দেখা দিবৰ সময়ত অকণমানি কোঁৱৰজন তাত উপস্থিত আছিল ; তেওঁ মুহূৰ্ততে অনুভৱ কৰিছিল যে তাৰ-পৰা হয়তো কিবা এটা অলৌকিক ভৌতিক মূৰ্তি ওলাই আহিব। কিন্তু ফুলপাহিয়ে তাইৰ সেউজীয়া কোঠালিটোত নিজৰ গাটো সুন্দৰকৈ সজোৱাৰ আয়োজন সম্পূৰ্ণ কৰি সন্তুষ্ট নহ'ল। তাই অতি সযতনে নিজৰ ৰংবোৰ বাছিবলৈ ধৰিলে। তাই

অতি ধীৰে ধীৰে সাজ-পাৰ পিন্ধিবলৈ ধৰিলে। তাই এপাহ এপাহকৈ নিজৰ পাহিবোৰ সজাবলৈ ধৰিলে। পথৰুৱা ঘাঁহ-ফুলৰ নিচিনাকৈ জলহু হৈ বাহিৰৰ জগতলৈ ওলাই আহিবলৈ তাই ইচ্ছা কৰা নাছিল। তাই কেৱল নিজৰ সৌন্দৰ্যৰ পৰিপূৰ্ণ জাক-জমকৰ মাজতহে বাহিৰত গা দেখা দিবলৈ ইচ্ছা কৰিছিল। কোনো ভুল নাই, তাই আছিল এজনী অতি ছলাহী প্ৰাণী! দিনৰ পিচত দিন ধৰি তাইৰ ৰহস্যময় অংগ-সজ্জা চলিবলৈ ধৰিলে।

এনেতে এদিন ৰাতিপুৱা, ঠিক সূৰ্যোদয়ৰ মুহূৰ্তত, তাই হঠাত বাহিৰত গা দেখা দিলে।

আৰু তাৰ পিচত অতি কষ্টেৰে পিটিকি পিটিকি এইবোৰ খুঁটি-নাটি কাম শেষ কৰাৰ পিচত, তাই হামি এটা মাৰি ক'লে,

"আহ্! মোৰ এতিয়াও টোপনিৰ জাল ভালকৈ কটাই নাই। মই মিনতি কৰিছো, তোমালোকে যেন মোক ক্ষমা কৰা। মোৰ পাহিবোৰ এতিয়াও গোটেই ছেদেলি-ভেদেলি হৈ আছে.... ...."

কিন্তু অকণমানি কোঁৱৰজনে তেওঁৰ প্ৰশংসাৰ চিঞৰটো আৰু বন্ধ কৰি ৰাখিব নোৱাৰিলে:

"বাহ্! তুমি কি সুন্দৰ!"

"মই সুন্দৰ নহয়নেকি?"—ফুলপাহিয়ে মিঠা মাতেৰে উত্তৰ দিলে। "আৰু মোৰ জন্ম হ'ল ঠিক বেলিটো ওলাবৰ মুহূৰ্ততেই—"

অকণমানি কোঁৱৰজনে অতি সহজেই অনুমান কৰিলে যে তাই যাক কয় ঠিক বিনয়ী নহয়; কিন্তু তাই কেনেকৈ যে মনটো জোকাৰি দিব পাৰে, নচুৱাই দিব পাৰে!

"মই ভাবো যে এতিয়া ৰাতিপুৱাৰ আহাৰ খাবৰ সময় হৈছে।" এক মুহূৰ্তমান পিচতে তাই ক'লে, "তুমি যদি দয়া কৰি এতিয়া মোৰ খোৱাৰ যোগাৰখিনি কৰিলাহেঁতেন—"



অকণমানি কোঁৱৰজনে খুব লাজ পালে, আৰু তেওঁ নতুন পানীৰ টোপাল-ধৰা এটা পাত্ৰ বিচাৰি গ'ল। ঠিক সেইভাবেই তেওঁ ফুলপাহিৰ প্ৰতিপাল কৰিবলৈ ধৰিলে।



তায়ো অতি সোনকালেই তাইৰ ভেম আৰু বাহাদুৰিৰে অকণমানি কোঁৱৰজনক কষ্ট দিবলৈ আৰম্ভ কৰিলে। সঁচা কথা যদি ক'বই লাগে, তেন্তে ক'ব লাগিব যে তাইৰ ভেমৰ লগত তাল ৰাখি চলাটো সঁচাকৈয়ে কিছু টান কাম আছিল। উদাহৰণ স্বৰূপে এদিন যেতিয়া তাই তাইৰ চাৰিটা কাঁইটৰ কথা কৈ আছিল, তাই অকণমানি কোঁৱৰক ক'লে:

"বাঘে তাৰ চোকা নখৰ হাতোৰা লৈ আহকচোন চাওঁ!"

অকণমানি কোঁৱৰে আপত্তি কৰি ক'লে: "মোৰ এই গ্ৰহত কোনো বাঘ নাই। তদুপৰি বাঘে ঘাঁহ বন নাখায়।"

"মই ঘাঁহ-বন নহয়"—ফুলপাহিয়ে মৌ-সনা মাতেৰে উত্তৰ দিলে।



"মোক ক্ষমা কৰিবা...."

"মই বাঘলৈ অকণো ভয় নকৰো"—তাই কৈ গ'ল—"কিন্তু মোৰ বতাহলৈ বৰ ভয় লাগে। তুমি বোধহয় মোৰ কাৰণে পৰ্দা এখনৰ একো ব্যৱস্থা নকৰিবা ?"

"বতাহৰ ভয়—গছপুলিৰ কাৰণে সেইটো এটা দুৰ্ভাগ্যৰ কথা"—অকণমানি কোঁৱৰে মন্তব্য কৰিলে, আৰু নিজকে নিজে ক'লে—"এই ফুলপাহ এটা বৰ জটিল প্ৰাণী।"

"ৰাতি হ'লে তুমি মোক এটা আয়নাৰ গোলকৰ তলত থ'বা। তুমি থকা ঠাইখন বৰ ঠাণ্ডা। মই য'ৰপৰা আহিছো—"

কিন্তু এইখিনি কৈয়েই তাই নিজে থমকি ৰ'ল। তাই এটা গুটিৰ আকাৰত আহিছিল। আন আন জগতৰ কথা জানিবলৈ তাইৰ কোনো উপায় নাছিল। এটা সৰলচিত্তীয়া মিছা কথা কৈ ধৰা পৰাৰ লাজত তাই দুবাৰমান কাহ মাৰিলে—যাতে অকণমানি কোঁৱৰজনেহে ভুল কথা কোৱা বুলি প্ৰমাণিত হওক।

"পৰ্দা ?"



"তুমি যেতিয়া মোক কথা কৈ আছিলা, মই ঠিক সেই সময়তে পৰ্দা এখন ক'ৰবাত দেখোনেকি তাৰে চেষ্টা কৰিছিলো।"



তাই জোৰকৈ আৰু দুবাৰমান কাহ মাৰিলে—যাতে অকণমানি কোঁৱৰে তাইৰ কষ্টৰ কথা ভাবি নিজেও মনতে অলপমান কষ্ট পায়।

ফুলপাহৰ প্ৰতি অকণমানি কোঁৱৰৰ যিমান মৰম আছিল, ঠিক সিমানেই আছিল তাইৰ প্ৰতি সহানুভূতি। কিন্তু তথাপি তাইৰ প্ৰতি তেওঁৰ মনত সন্দেহবো উদ্ৰেক হ'ল। বিশেষ গুৰুত্ব নথকা কথাবোৰো তেওঁ অতি গহীন অৰ্থত লৈছিল, সিয়েই তেওঁক অতি অসুখী কৰি তুলিলে।

এদিন তেওঁ মোক বিশ্বাসতে ক'লে, "মই তাইৰ কথাত মনোযোগ দিয়াটো উচিত নাছিল। ফুলৰ কথাত কোনেও মনোযোগ দিয়া উচিত নহয়। মানুহে কেৱল সিহঁতক চাব লাগে আৰু সিহঁতৰ সুগন্ধ শুঙিব লাগে। মোৰ ফুলপাহে মোৰ গোটেই গ্ৰহটো সুৰভিত কৰি ৰাখিছিল। কিন্তু তাইৰ সমস্ত ৰূপ-লাৱণ্যৰপৰা কেনেকৈ আনন্দ আহৰণ কৰিব লাগে সেইকথা মই জনা নাছিলো। বাঘৰ হাতোৰাৰ এই গল্পই মোৰ মনত বৰ অশান্তি দিছিল।

কিন্তু আচলতে সি মোৰ অন্তৰ কেৱল কৰুণা আৰু মৰমেৰেহে ভৰাই তোলা উচিত আছিল।”

তেওঁৰ মনৰ আচল কথাবোৰ মোক কৈ যাবলৈ ধৰিলে:

“আচল কথা হ’ল—কথাবোৰ আচলতে কেনেকৈ বুজিব লাগে সেই কথা মই একেবাৰেই জনা নাছিলো। কথাৰে নহয়, কামেৰেহে মই সেইবোৰৰ বিচাৰ কৰাটো উচিত আছিল। তাই নিজৰ সুগন্ধ আৰু জেউতিৰে মোক সম্পূর্ণ মুহি পেলাইছিল।....তাইৰ সৰল আৰু আভুৱা কৌশলৰ আঁৰত লুকাই থকা কৃত্রিমালিখিনি মই বুজি পোৱাটো উচিত আছিল। ফুলবোৰৰ কথাত যে ইমান মেৰ-পাক থাকে! কিন্তু তাইক কেনেকৈ ভাল পাব লাগে সেই কথা জানিবলৈ মই তেতিয়া আছিলো নিচেই অকণমান... ...”

( ৯ )

মই বিশ্বাস কৰো যে তেওঁ পলাবৰ কাৰণে এজাক বনৰীয়া চৰাইৰ প্রব্রজনৰ সুযোগ লৈছিল। বিদায় লবৰ দিনা ৰাতিপুৱা তেওঁ নিজৰ গ্রহটো আটোম-টোকাৰিকৈ সজাই পেলালে। যিবোৰ আগ্নেয়গিৰি জীৱন্ত অৱস্থাত আছিল তেওঁ সেইবোৰ সযতনে সাৰি-পুঁচি নিকা কৰি পেলালে। তেওঁৰ দুটা জীৱন্ত আগ্নেয়গিৰি আছিল; তেওঁৰ ৰাতিপুৱাৰ আহাৰ গৰম কৰিবৰ কাৰণে সেই দুটা বৰ উপযোগী আছিল। তেওঁৰ এটা মৰা আগ্নেয়গিৰিও আছিল। কিন্তু তেওঁৰ নিজৰ কথাতেই কবলৈ গ’লে—“কেতিয়া কি হয় কোনেও ক’ব নোৱাৰে।” সেই কাৰণে তেওঁ মৰা আগ্নেয়গিৰিটোকো পৰিষ্কাৰ কৰি পেলালে। আগ্নেয়গিৰিবোৰ যদি পৰিষ্কাৰ কৰি পেলোৱা হয়, তেতিয়া সিহঁতে উদ্গীৰণ নকৰাকৈ ধীৰে ধীৰে উমি উমি জ্বলি থাকে। আগ্নেয়গিৰিৰ উদ্গীৰণ হ’ল চিম্‌নিৰ জুইৰ নিচিনা।

আমাৰ পৃথিৱীত আগ্নেয়গিৰি চাফা কৰিবৰ কাৰণে আমি



দেখাতেই অতি সৰু। সেই কাৰণেই সিহঁতে আমাৰ কাৰণে সৃষ্টি কৰিব পৰা বিপদৰ কোনো অন্ত নাই।

অকণমানি কোঁৱৰজনে এক প্রকাৰ বিষাদৰ ভাবেৰে বাওবাবৰ শেষ পোখা কেইটাও উঘালি পেলালে। তেওঁ ভাবিছিল যে তেওঁ আৰু কেতিয়াও উভতি আহিবলৈ নিবিচাৰিব। কিন্তু এই শেষৰ দিনা ৰাতিপুৱা সদায় কৰি অহা সৰু সৰু কামবোৰো তেওঁৰ মনত অতিশয় ডাঙৰ আৰু প্রয়োজনীয় কাম বুলি ধাৰণা হৈছিল। তেওঁ যেতিয়া শেষবাৰৰ কাৰণে ফুলজোপাত পানী দিবলৈ ধৰিলে আৰু তাইক এটা আয়নাৰ গোলকৰ তলত থবলৈ যো-জা কৰিলে, তেওঁ অনুভৱ কৰিলে যে তেওঁৰ চকু-পানী ওলাও ওলাও অৱস্থা হৈছে।

“বিদায়”—তেওঁ ফুলপাহক ক’লে।

কিন্তু ফুলপাহে একো উত্তৰ নিদিলে।

“বিদায়”—তেওঁ আকৌ ক’লে।

ফুলপাহে কাহ এটা মাৰিলে। কিন্তু তাই পানী-লগাৰ কাৰণেহে যে কাহ মাৰিছিল সেইটো নহয়।

“মই মূর্খামি কৰি বহুত নকৰিবলগীয়া কাম কৰিছিলো”—তাই অৱশেষত ক’লে, “মই তোমাক ক্ষমা খুজিছো। তুমি সুখী হবলৈ যত্ন কৰিবা......”

ফুলপাহে যে তাক ভৎর্সনা কৰা নাই সেই কথাত তেওঁ বৰ আচৰিত হ’ল। আয়নাৰ গোলকটো শূন্যতে হাতেৰে ধৰি তেওঁ হতভম্ব হৈ থিয় হৈ ৰ’ল। ফুলপাহৰ এই নম্র মধুৰতা তেওঁ অকণো বুজি পোৱা নাছিল।

“মই নিশ্চয় তোমাক ভালপাও”—ফুলপাহে তেওঁক ক’লে। “তুমি যে ইমান দিনে সেই কথা বুজি পোৱা নাছিলা সেইটো মোৰেই দোষ। সেইটো বাৰু একো ধৰিবলগীয়া কথা নহয়।

কিন্তু তুমি···তুমিও কিন্তু মোৰ সমানেই মূৰ্খ আছিলা। যিহওক, সুখী হবলৈ যত্ন কৰা।······আয়নাৰ গোলকটো য'তে আছে থাকিবলৈ দিয়া। মোক আৰু সেইটো এতিয়া নালাগে।"



"তেওঁ অতিশয় সযতনে জীৱন্ত আগ্নেয়গিৰি কেইটা সাৰি-পুঁচি নিকা কৰি পেলালে।"

"কিন্তু বতাহ—"

"তুমি যিমান ভাবিছা মোৰ কিন্তু সিমান ঠাণ্ডা লগা নাই।....



ৰাতিৰ শীতল বতাহে মোৰ উপকাৰহে কৰিব। মই হলো এপাহ ফুল।"

"কিন্তু জন্তুবোৰ—"

"চোৱা, মই যদি পখিলাৰ লগত চিনাকি হ'ব খোজো, তেন্তে দুই চাৰিটা পাত-খোৱা পলুৰ উপস্থিতি মই সহ কৰিবই লাগিব। সিহঁতকতো অতি ধুনীয়া যেনেই লাগে। কিন্তু যদি পখিলা আৰু পলুৱে মোক মাত লগাবলৈ নাহে, তেন্তে আৰুনো আন কোন আহিব? তুমি থাকিবা বহুত দূৰত।....আৰু যদি ডাঙৰ জন্তুবোৰৰ কথা কোৱা, সিহঁতলৈ মোৰ একেবাৰেই ভয় নালাগে। মোৰো চোকা নখ থকা হাতোৰা আছে।"

তাই সৰল মনেৰে তাইৰ চাৰিটা কাঁইট উলিয়াই দেখুৱালে। তাৰ পিচত তাই ক'লে:

"এনেকৈ গৰি-মচি কৰি নাথাকিবা। তুমি যাবলৈ ঠিক কৰিছা। এতিয়া যোৱা!"

তাই কন্দাটো অকণমানি কোঁৱৰে দেখক—সেইটো তাই নিবিচাৰিছিল। তাই আছিল এনে এজনী গৰবিনী ফুল........

( ১০ )

তেওঁ আবিষ্কাৰ কৰিলে যে তেওঁৰ ওচৰ-চুবুৰীয়া গ্ৰহাণুবোৰ (asteroids) হ'ল ৩২৫, ৩২৬, ৩২৭, ৩২৮, ৩২৯ আৰু ৩৩০ নং গ্ৰহাণু। বাহিৰৰ বিশ্বৰ জ্ঞান আৰ্জিবৰ কাৰণে তেওঁ সেই গ্ৰহাণু-বোৰলৈ অহা-যোৱা কৰিবলৈ আৰম্ভ কৰিলে।

তাৰে প্ৰথমটো গ্ৰহাণুৰ অধিবাসী আছিল এজন ৰজা। ৰং-চঙীয়া ৰাজকীয় সাজ-পাৰ পিন্ধি তেওঁ সিংহাসনত বহি আছিল। সিংহাসনখন আছিল একে সময়তে নিৰলংকাৰ আৰু গাম্ভীৰ্যপূৰ্ণ।

অকণমানি কোঁৱৰক অহা দেখি ৰজাই চিঞৰি উঠিল: "আ! এয়া মোৰ এজন প্ৰজা আহিছে।"

অকণমানি কোঁৱৰে নিজকে সুধিলে ঃ "তেওঁতো মোক আগতে কেতিয়াও দেখা নাই, তেন্তে তেওঁ মোক কেনেকৈ চিনি পালে ?"

জগতখন যে ৰজাসকলৰ কাৰণে কেনেকৈ ইমান সহজ-সৰল তেওঁ সেই কথা জনা নাছিল। তেওঁলোকৰ কাৰণে মানুহ মাত্ৰেই হ'ল প্ৰজা।

"ওচৰলৈ আহা, তেতিয়াহে মই তোমাক ভালকৈ দেখা পাম"— ৰজাই ক'লে। কাৰোবাৰ ওপৰত ৰজা হবলৈ পাই তেওঁ মনে মনে বৰ গৰ্ব বোধ কৰিছিল।

অকণমানি কোঁৱৰে বহিবলৈ এখন আসন বিচাৰি চাৰিওফালে চাবলৈ ধৰিলে। কিন্তু ৰজাৰ ৰং-চঙীয়া পোছাকে গোটেই গ্ৰহটো এনেকৈ ছাটি ধৰিছিল যে ক'তো অকণো খালী ঠাই নাছিল। সেই কাৰণে তেওঁ থিয় হৈয়েই থাকিল। ভাগৰ লাগিছিল কাৰণে তেওঁ এটা হামি মাৰিলে।

"ৰজাৰ আগত হামি মৰাটো ভদ্ৰতা-বিৰোধী কথা ; তেনে নকৰিবলৈ মই তোমাক মানা কৰি দিছো"—ৰজাই অকণমানি কোঁৱৰক ক'লে।

অতিশয় লজ্জিত অনুভৱ কৰি অকণমানি কোঁৱৰে উত্তৰ দিলে : 'হামিটো নিজে নিজেই ওলাই গ'ল। মই তাক বন্ধ কৰিব নোৱাৰো। মই বহুত দূৰণি বাটৰপৰা আহিছো ; তদুপৰি মোৰ টোপনিও খতি হৈছে।"

"তেনেহ'লে ঠিক আছে"—ৰজাই ক'লে—"মই তোমাক হামি মাৰিবলৈ আদেশ দিছো। হামিবোৰ মোৰ কাৰণে এটা কৌতূহলৰ বস্তু। আকৌ হামি মাৰা। ই মোৰ আদেশ।"

তেতিয়ামানে অকণমানি কোঁৱৰৰ লাজতে মূছ-কুঁছ যোৱা অৱস্থা হ'ল। তেওঁ মুখৰ ভিতৰতে বিৰ্ বিৰাই ক'লে : "আপোনাৰ আদেশ শুনি মোৰবৰ ভয় লাগিছে.......মই আৰু হামি মাৰিব নোৱাৰো,......"



"ওঁ ওঁ !"—ৰজাই উত্তৰত ক'লে : "তেন্তে মই তোমাক আদেশ দিছো যে তুমি কেতিয়াবা হামি মাৰিবা, আৰু কেতিয়াবা......"

ৰজাৰ কথাবোৰ লাগ-বান্ধ নোহোৱা হৈ পৰিল। তেওঁক সামান্য বিৰক্ত হোৱা যেন দেখা গ'ল।

ৰজাই আচলতে যিটো বিচাৰিছিল—সেইটো হৈছে এই যে তেওঁৰ কৰ্তৃত্ব সকলোৱে মানি চলিব লাগে। অবাধ্যতা তেওঁ কেতিয়াও সহ্য নকৰিছিল। তেওঁ আছিল এজন সম্পূৰ্ণ স্বেচ্ছাচাৰী ৰজা। কিন্তু তেওঁ আছিল এজন অতিশয় ভাল মানুহ, সেই কাৰণে তেওঁ সদায় যুক্তি-পূৰ্ণ আদেশহে দিছিল।

উদাহৰণ স্বৰূপে তেওঁ ক'লে : "মই যদি এজন সেনাপতিক আদেশ দিওঁ যে তেওঁ নিজকে এটা সাগৰৰ চৰাইলৈ ৰূপান্তৰিত কৰিব লাগে, আৰু সেনাপতিয়ে মোৰ আদেশ পালন কৰিব নোৱাৰে, তেন্তে সেইটো নিশ্চয় সেনাপতিৰ দোষ নহ'ব। সেইটো হ'ব মোৰ দোষ।"

"মই বহিব পাৰোনে ?"—অকণমানি কোঁৱৰে অতি দীনভাৱে সুধিলে।

"মই তোমাক বহিবলৈ আদেশ দিছো"—ৰজাই উত্তৰ দিলে আৰু নিজৰ ৰং-চঙীয়া পোছাকটো খুব গহীনভাৱে সামৰি-সুতৰি কোঁচাই ল'লে।

কিন্তু অকণমানি কোঁৱৰ মনে মনে খুব আচৰিত হ'ল...... গ্ৰহটো নিচেই এধানমান। ৰজাইনো আচলতে কাৰ ওপৰত ৰাজত্ব কৰিছে বাৰু ?

তেওঁ ৰজাক ক'লে : "স্বৰ্গদেউ, মই আপোনাক এটা প্ৰশ্ন সুধিব খুজিছো, অনুগ্ৰহ কৰি আপুনি মোক ক্ষমা কৰিব।"

ৰজাই লৰালৰিকৈ কোঁৱৰক আশ্বস্ত কৰি ক'লে : "মই তোমাক প্ৰশ্নটো সুধিবলৈ আদেশ দিছো।"

"স্বৰ্গদেউ, আপুনি কাক শাসন কৰে ?"

মহৎ সৰলতাৰে ৰজাই উত্তৰ দিলে: "মই প্ৰত্যেককে শাসন কৰো।"

"প্ৰত্যেককে ?"

ৰজাই হাতেৰে এটা ভংগী কৰি বুজাই দিলে যে তেওঁৰ গ্ৰহতো, অন্যান্য সকলো গ্ৰহ আৰু সকলো তৰাকে তেওঁ শাসন কৰে।

"এই সকলোকে আপুনি শাসন কৰে ?"—অকণমানি কোঁৱৰে সুধিলে।

"এই সকলোবোৰকে মই শাসন কৰো"—ৰজাই উত্তৰ দিলে।

বুজা গ'ল যে তেওঁ কেৱল একছত্ৰী ৰজাই নহয়, সমস্ত বিশ্ব-ব্ৰহ্মাণ্ডৰ ওপৰতে তেওঁ ৰজা।

"আৰু তৰাবোৰে আপোনাৰ শাসন মানি চলে ?"

"নিশ্চয় সিহঁতে মানি চলে"—ৰজাই ক'লে—"সিহঁতে বিনা-বাক্য-ব্যয়ে মোৰ আদেশ পালন কৰে। মই অবাধ্যতা সহ্য নকৰো।"

এনে ক্ষমতা আছিল অকণমানি কোঁৱৰৰ কাৰণে এটা অপাৰ বিস্ময়ৰ বস্তু। তেওঁ যদি নিজে এনে সম্পূৰ্ণ কৰ্তৃত্ব থকা এজন প্ৰভু হ'লহেঁতেন, তেন্তে নিজৰ চকীখন কেতিয়াও লৰ-চৰ নকৰাকৈয়ে তেওঁ বেলি মাৰ যোৱাৰ দৃশ্য দিনটোত কেৱল চৌচল্লিছবাৰ নহয়, বাসত্তৰবাৰ, এশবাৰ, আৰু আনকি দুশবাৰো চাব পাৰিলেহেঁতেন। এৰি থৈ অহা নিজৰ গ্ৰহটোৰ কথা মনত পৰি তেওঁৰ মনত অলপ বেজাৰ লাগিছিল, সেই কাৰণে ৰজাৰপৰা এটা অনুগ্ৰহ বিচাৰিবলৈ তেওঁ মনতে সাহ গোটালে।

"মই বেলি মাৰ যোৱাৰ দৃশ্য চাবলৈ ইচ্ছা কৰিছো......মোক অলপ দয়া কৰক......বেলিটো মাৰ যাবলৈ আপুনি আদেশ দিয়ক......."

ৰজাই তেতিয়া সুধিলে: "মই যদি এজন সেনাপতিক এটা ফুলৰপৰা আন এটা ফুললৈ পখিলাৰ দৰে উৰি যাবলৈ আদেশ দিওঁ, নাইবা এখন বিয়োগান্ত নাটক লিখিবলৈ বা তেওঁক নিজকে



এটা সামুদ্ৰিক চৰাইলৈ ৰূপান্তৰিত কৰিবলৈ আদেশ দিওঁ, আৰু যদি সেনাপতিয়ে সেই আদেশ পালন নকৰে, তেন্তে তাৰ কাৰণে কোন দোষৰ ভাগী হ'ব ? সেনাপতি নে মই নিজে ?"

"আপুনি"—কোঁৱৰে দৃঢ়ভাৱে উত্তৰ দিলে।

"ঠিক কথা। মানুহে যি কাম কৰিব পাৰে তেওঁৰপৰা ঠিক সেই কামহে আশা কৰিব লাগে। মানুহে যি কৰ্তৃত্ব মানি লয়, সেই কৰ্তৃত্ব সৰ্ব-প্ৰথমে যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে। তুমি যদি মানুহবোৰক সাগৰত জপিয়াই পৰিবলৈ আদেশ দিয়া, তেন্তে সিহঁতে তোমাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিব। প্ৰজাসকলৰ-পৰা বাধ্যতা দাবী কৰিবলৈ মোৰ অধিকাৰ আছে, কাৰণ মোৰ আদেশবোৰ যুক্তিপূৰ্ণ।"

"তেন্তে মোৰ সূৰ্যাস্ত ?"—অকণমানি কোঁৱৰে ৰজাক মনত পেলাই দিলে। তেওঁ সোধা প্ৰশ্নটো পাহৰি যাবলৈ তেওঁ কাকো এৰি নিদিয়ে।

"তুমি তোমাৰ সূৰ্যাস্ত পাবা। মই তাৰ কাৰণে আদেশ দিম। কিন্তু মোৰ শাসন-কাৰ্যৰ বিধি অনুসৰি মই অৱস্থা অনুকূল হোৱালৈ অপেক্ষা কৰিম।"

"অৱস্থা কেতিয়া অনুকূল হ'ব ?"—অকণমানি কোঁৱৰে প্ৰশ্ন কৰিলে।

"হুঁ হুঁ!"—উত্তৰত ৰজাই ক'লে, আৰু আন কিবা কথা কোৱাৰআগতে তেওঁ এখন শকত পঞ্জিকা মেলি চাবলৈ ধৰিলে।

"হুঁ হুঁ! সেইটো হ'ব প্ৰায়—প্ৰায়—আজি সন্ধিয়া আঠ বাজিবলৈ কুৰি মিনিট থাকোতেই অৱস্থা অনুকূল হ'ব। মোৰ আদেশ সকলোৱে কেনেকৈ মানি চলে তুমি আজি নিজে দেখিবা।"

অকণমানি কোঁৱৰে এটা হামি কাঢ়িলে। নিজৰ হেৰাই যোৱা

সূৰ্যাস্তৰ কথা ভাবি তেওঁৰ মনটো বিষাদিত হৈ উঠিল। তদুপৰি তেওঁৰ ইতিমধ্যেই আমনি লাগিবলৈ আৰম্ভ কৰিছিল।



"প্ৰথম গ্ৰহটোৰ অধিবাসী আছিল এজন ৰজা"

"মোৰ আৰু ইয়াত কৰিবলৈ একো নাই"—তেওঁ ৰজাক ক'লে—"সেই কাৰণে মই পুনৰ যাত্ৰা আৰম্ভ কৰিম।"



ৰজাই ক'লে: "তুমি নাযাবা।" নিজৰ এজন প্ৰজা পাই তেওঁ বৰ গৰ্ব অনুভৱ কৰিছিল। "তুমি নাযাবা। মই তোমাক এজন মন্ত্ৰী পাতিম।"

"কিহৰ মন্ত্ৰী?"

"বিচাৰ-বিভাগৰ মন্ত্ৰী!"

"কিন্তু ইয়াত বিচাৰ কৰিবলৈতো কোনো নাই!"

"আমি সেই কথা নাজানো"—ৰজাই ক'লে—"মই এতিয়াও মোৰ ৰাজ্যখন সম্পূৰ্ণকৈ দেখা নাই। মই খুব বুঢ়া হৈছো। ইয়াত এখন গাড়ী ৰাখিবলৈকো ঠাই নাই। তদুপৰি খোজ কাঢ়িও মোৰ বৰ ভাগৰ লাগে।"

"অ' মই কিন্তু ইতিমধ্যেই গোটেইবোৰ চাইছো"—কথাষাৰ কৈয়েই কোঁৱৰে গ্ৰহটোৰ আনটো ফাল আৰু এবাৰ চকু ফুৰাই চাবলৈ নিজৰ গাটো ঘূৰালে। এইটো ফালৰ দৰে আনটো ফালত আন কোনো জন-প্ৰাণী নাছিল।

"তেন্তে তুমি নিজকে বিচাৰ কৰিবা"—ৰজাই উত্তৰ দিলে, "সেইটোৰেই হৈছে আটাইতকৈ কঠিন কাম। আনক বিচাৰ কৰাতকৈ নিজকে বিচাৰ কৰাটো বহুত বেছি কঠিন কাম। যদি তুমি নিজকে শুদ্ধভাৱে বিচাৰ কৰিব পাৰা, তেন্তে তুমি সঁচাকৈয়ে এজন জ্ঞানী মানুহ।"

অকণমানি কোঁৱৰে ক'লে: "সেই কথা সঁচা। কিন্তু মই নিজকে যিকোনো ঠাইতে বিচাৰ কৰিব পাৰো! তাৰ কাৰণে এই গ্ৰহত বাস কৰিবলৈ মোৰ কোনো দৰকাৰ নাই।"

"হুঁ হুঁ!"—ৰজাই ক'লে—"এই কথা বিশ্বাস কৰিবলৈ মোৰ যথেষ্ট যুক্তি আছে যে মোৰ এই গ্ৰহৰ কোনোবা এঠাইত নিশ্চয় এটা বুঢ়া নিগনি আছে। মই ৰাতি তাৰ শব্দ শুনো। তুমি এই বুঢ়া নিগনিটোক বিচাৰ কৰিব পাৰা। মাজে সময়ে তুমি তাক মৃত্যুদণ্ড দিবা। সেইভাৱেই তাৰ জীৱন তোমাৰ

বিচাৰৰ ওপৰত নিৰ্ভৰ কৰিব। কিন্তু তুমি প্ৰত্যেকবাৰেই তাক ক্ষমা কৰিবা, কাৰণ আমি তাৰ প্ৰাণ বচাই চলিব লাগিব। আমাৰ ইয়াত সিয়েই একমাত্ৰ প্ৰাণী।"

অকণমানি কোঁৱৰে উত্তৰত ক'লে: "মই কাকো প্ৰাণ-দণ্ড দিবলৈ ভাল নাপাওঁ। মই এতিয়া নিজৰ বাটত আগ বাঢ়িম।"

"সেইটো হ'ব নোৱাৰে"—ৰজাই ক'লে।

অকণমানি কোঁৱৰে যাত্ৰাৰ আয়োজন সম্পূৰ্ণ হৈছিল, কিন্তু বুঢ়া ৰজাজনৰ মনত দুখ দিবলৈ তেওঁৰ অকণো ইচ্ছা নাছিল।

তেওঁ ক'লে: 'স্বৰ্গদেউ, আপুনি যদি বিচাৰে যে আপোনাৰ আদেশ ততালিকে পালন কৰা হওক, তেন্তে আপুনি মোক এটা যুক্তিপূৰ্ণ আদেশ দিবলৈ সমৰ্থ হোৱা উচিত। উদাহৰণ স্বৰূপে, আপুনি ঠিক এক মিনিটৰ পিচতে মোক যাবলৈ আদেশ দিবলৈ সমৰ্থ হোৱা উচিত। মোৰ ধাৰণা হৈছে যে সকলো অৱস্থা এতিয়া অনুকূল......"

ৰজাই একো উত্তৰ নিদিয়া দেখি অকণমানি কোঁৱৰে এক মুহূৰ্তৰ কাৰণে ইতস্ততঃ অনুভৱ কৰিলে। তাৰ পিচত এটা হুমুনিয়াহ কাঢ়ি তেওঁ ৰজাৰপৰা বিদায় ল'লে।

ৰজাই লৰালৰিকৈ পিচ ফালৰপৰা মাত লগালে: "মই তোমাক মোৰ ৰাজদূত নিয়োগ কৰিলো।"

ৰজাৰ সমগ্ৰ ব্যক্তিত্বৰ মাজেদি এটা কৰ্তৃত্বৰ মহিমা ফুটি উঠিছিল।

অকণমানি কোঁৱৰে নিজৰ বাটত গৈ থাকোতে নিজকে নিজে ক'লে: "বয়সীয়া মানুহবোৰ সঁচাকৈয়ে বৰ আচৰিত!"

( ১১ )

দ্বিতীয় গ্ৰহটোৰ অধিবাসী আছিল এজন মদ্‌গৰ্বী মানুহ।



অকণমানি কোঁৱৰক আহি থকা অৱস্থাত দূৰত দেখিয়েই তেওঁ প্ৰায় চিঞৰি উঠিল: "সেয়া, সেয়া, মোৰ গুণ-মুগ্ধ কোনোবা এজন মানুহে মোক নিশ্চয় দেখা কৰিবলৈ আহিছে।"

মদ্‌গৰ্বী মানুহে ভাবে যে সকলো মানুহেই তেওঁলোকৰ প্ৰশংসাকাৰী।

"সু-প্ৰভাত"—অকণমানি কোঁৱৰে ক'লে—'আপুনি পিন্ধি থকা বস্তুটো এটা টুপী।"

"এই টুপীটো অভিবাদন জনাবৰ কাৰণে পিন্ধা হয়"—মদ্‌গৰ্বী মানুহজনে উত্তৰ দিলে—"মানুহে যেতিয়া মোৰ গুণ বখানি অভিবাদন কৰে, তেতিয়া তেওঁৰ অভিবাদনৰ উত্তৰ দিবৰ কাৰণে এই টুপীটো দাঙি ধৰা হয়। কিন্তু দুৰ্ভাগ্যৰ কথা যে এই ফালেদি কোনো মানুহেই নাহে।"

"হয়নেকি?"—অকণমানি কোঁৱৰে ক'লে; কিন্তু মদ্‌গৰ্বী মানুহজনে কিহৰ কথা কৈছে তেওঁ একো বুজিবই নোৱাৰিলে।

মদ্‌গৰ্বী মানুহজনে কোঁৱৰক নিৰ্দেশ দি ক'লে: "তুমি এতিয়া হাত চাপৰি বজাই দিয়া।"

অকণমানি কোঁৱৰে হাত চাপৰি বজালে। "মদ্‌গৰ্বী মানুহজনে এই অভিবাদনৰ উত্তৰত নম্ৰভাৱে তেওঁৰ টুপীটো দাঙি ধৰিলে।"

"ৰজাৰ লগত হোৱা সাক্ষাৎকাৰতকৈয়ো এইটো দেখোন বেছি আমোদজনক কথা"—অকণমানি কোঁৱৰে নিজকে নিজে ক'লে। তেওঁ আকৌ হাত চাপৰি বজাবলৈ ধৰিলে। মদ্‌গৰ্বী মানুহজনে আকৌ টুপীটো দাঙি ধৰি অভিবাদনৰ উত্তৰ দিলে।

প্ৰায় পাঁচ মিনিট সময় এই একেটা কামকে কৰি কৰি অকণমানি কোঁৱৰৰ ভাগৰ লাগিল।

"টুপীটো নামি আহিবলৈ হলে মানুহে কি কৰা উচিত?"—তেওঁ সুধিলে।

কিন্তু অকণমানি কোঁৱৰৰ কথা মদ্‌গৰ্বী মানুহজনৰ কাণতেই



"দ্বিতীয় গ্ৰহটোৰ অধিবাসী আছিল এজন মদ্‌গৰ্বী মানুহ।"

নপৰিল। মদ্‌গৰ্বী মানুহে প্ৰশংসাৰ বাহিৰে আন একো কথাকেই শুনা নাপায়।



"তুমি সঁচাকৈয়ে মোক খুব প্ৰশংসা কৰানে?"—মদ্‌গৰ্বী মানুহজনে অকণমানি কোঁৱৰৰপৰা জানিবলৈ বিচাৰিলে।

"প্ৰশংসা?—তাৰ মানে কি?"

"প্ৰশংসা মানে হ'ল এয়েই যে তুমি মোক এই গ্ৰহটোৰ ভিতৰত আটাইতকৈ ধুনীয়া, আটাইতকৈ সুন্দৰ সাজ-পাৰ পিন্ধা, আটাইতকৈ ধনী আৰু আটাইতকৈ বুধিয়ক মানুহ বুলি ভাবা!"

"কিন্তু এই গ্ৰহটোত আপুনিয়েই একমাত্ৰ মানুহনেকি?"

"তুমি মোক এইখিনি মৰম দেখুওৱা। মই যদি একমাত্ৰ মানুহো হওঁ, তথাপি তুমি মোক প্ৰশংসা কৰা।"

অকণমানি কোঁৱৰে কান্ধ দুখন সামান্য জোকাৰি ক'লে: "মই আপোনাক প্ৰশংসা কৰো। কিন্তু প্ৰশংসা শুনিবলৈ আপোনাৰ ইমান হেপাহ কিয়?"

সেই বুলি কৈয়েই অকণমানি কোঁৱৰ নিজৰ বাটত গুচি গ'ল।

নিজৰ বাটত গৈ থাকোতে তেওঁ নিজকে নিজে ক'লে: "বয়সীয়া মানুহবোৰ সঁচাকৈয়ে বৰ অদ্ভুত!"

( ১২ )

ইয়াৰ পিচৰ গ্ৰহটোৰ অধিবাসী আছিল এজন মদপী। সেই গ্ৰহত অকণমানি কোঁৱৰ বেছি সময় নাছিল, কিন্তু অতি কম সময়ৰ অভিজ্ঞতায়েই তেওঁৰ মনটো দুখেৰে ভৰাই তুলিলে।

মদপীজনে সমুখত কিছুমান খালী বটল আৰু কিছুমান ভৰ্তি বটল লৈ মনে মনে বহি আছিল। তেওঁক তেনে অৱস্থাত দেখি অকণমানি কোঁৱৰে সুধিলে: "আপুনি ইয়াত কি কৰি আছে?"

মদপীজনে বিষণ্ণ মাতেৰে উত্তৰ দিলে: "মই মদ খাই-ছো।"

"আপুনি কিয় মদ খাইছে ?"—অকণমানি কোঁৱৰে আকৌ সুধিলে।



"যাতে মই সকলো কথা পাহৰি থাকিব পাৰো"—মদপীজনে উত্তৰ দিলে।

মদপীজনৰ প্ৰতি ইতিমধ্যেই অকণমানি কোঁৱৰৰ মনত পুতৌ উপজিছিল। তেওঁ সুধিলে : "আপুনি কি পাহৰি থাকিব খোজে ?"

মদপীজনে তলমূৰ কৰি স্বীকাৰ কৰিলে : "মই যে খুব লজ্জিত সেই কথাকে মই পাহৰি থাকিব খোজো।"

অকণমানি কোঁৱৰৰ মদপীজনক সহায় কৰিবলৈ মন গৈছিল। সেই কাৰণে তেওঁ আকৌ সুধিলে : "আপুনি কিহৰ কাৰণে লজ্জিত ?"

"মই যে মদ খাওঁ তাৰ কাৰণেই মই লজ্জিত"—এই বুলি কৈয়েই



মদপীজনে নিজৰ কথা বন্ধ কৰিলে, আৰু দুৰ্ভেদ্য নীৰৱতাৰে নিজকে আৱৰি পেলালে।

মদপীজনৰ কথা শুনি অকণমানি কোঁৱৰ হত-বুদ্ধি হোৱাৰ নিচিনা হ'ল। তেওঁ নিজৰ বাটত গুচি গ'ল।

বাটত গৈ থাকোতে তেওঁ নিজকে নিজে ক'লে : "বয়সীয়া মানুহবোৰ সঁচাকৈয়ে বৰ অদ্ভুৎ !"

( ১৩ )

চতুৰ্থ গ্ৰহটোৰ গৰাকী আছিল এজন বেপাৰী। তেওঁ নিজৰ চিন্তাত ইমান মগ্ন হৈ আছিল যে অকণমানি কোঁৱৰক অহা দেখিও তেওঁ মূৰটোকে নাদাঙিলে।

"সু-প্ৰভাত"—অকণমানি কোঁৱৰে তেওঁৰ উদ্দেশ্যে ক'লে—"আপোনাৰ চিগাৰেটটো নুমাল।"

"তিনিয়ে দুয়ে পাঁচ। পাঁচে সাতে বাৰ। বাৰই তিনিয়ে পোন্ধৰ। সু-প্ৰভাত। পোন্ধৰই সাতে বাইশ। বাইশে ছই আঠাইশ। চিগাৰেটটো আকৌ জ্বলাবলৈ মোৰ সময় নাই। চাবিবশে পাঁচে একত্ৰিশ। হুঃ! তাৰ মানে মুঠতে হ'ল পাঁচ হাজাৰ এক কোটি, ছশ বাইশ হাজাৰ, সাতশ একত্ৰিশ।"

"পাঁচ হাজাৰ কোটি কি ?"—অকণমানি কোঁৱৰে সুধিলে।

"হেঁ ? তুমি এতিয়াও আছা নেকি ? পাঁচহাজাৰ এক কোটি —মই ৰ'ব নোৱাৰো.......মোৰ বহুত কাম কৰিবলৈ বাকী আছে! মই বৰ ডাঙৰ কামত ব্যস্ত হৈ আছো। মই আজে-বাজে কথাত সময় খৰচ নকৰো। পাঁচে দুয়ে সাত......"

"পাঁচ হাজাৰ এক কোটি কি ?"—অকণমানি কোঁৱৰে নিজৰ প্ৰশ্নটো আকৌ এবাৰ দোহাৰিলে। এবাৰ প্ৰশ্ন এটা আৰম্ভ কৰিলে সেইটো এৰি দিয়া ভকত তেওঁ নহয়।

বেপাৰীজনে নিজৰ মূৰটো দাঙিলে।

"এই গ্ৰহটোত মই চৌৱন্ন বছৰ বাস কৰিছো। এই গোটেই



সময়ছোৱাৰ ভিতৰত মই মাত্ৰ তিনিবাৰ আমনি পাইছো। প্ৰথমবাৰ এই ঘটনা ঘটিছিল আঠাইশ বছৰৰ আগতে। সেইবাৰ এটা বাজ-হাঁহ মূৰ-ঘূৰণি খাই ক'ৰপৰা জানো ইয়াত পৰিলহি! সি এনেকুৱা এটা ভয়লগা শব্দ কৰিলে যে গোটেই ঠাইখনেই ৰজন্-জনাই উঠিল। সেইবাৰ মই অংক যোগ কৰোঁতে চাৰিবাৰ ভুল কৰিলো। দ্বিতীয়বাৰ, এঘাৰ বছৰৰ আগতে, বাত-বেমাৰ হৈ মোক আমনি কৰিলে। মই বেছি ব্যায়াম কৰিবলৈ সময় নাপাওঁ। অকামত সময় খৰচ কৰিবলৈ মোৰ সময় নাই। তৃতীয়বাৰ—দেখিছাই—তৃতীয়বাৰ হ'ল এই। মই তেতিয়া কৈ আছিলো—পাঁচ হাজাৰ এক কোটি......"



"কি বস্তুৰ কোটি?"

বেপাৰীজনে হঠাতে বুজি পালে যে এই প্ৰশ্নটোৰ উত্তৰ নিদিয়া পৰ্যন্ত তেওঁৰ শান্তি নাই।

তেওঁ ক'লে: "কোটি কোটি সেই অকণমান বস্তুবোৰ—আকাশত মাজে মাজে দেখা যায়।"

"মাখি?"

"নহয়, নহয়, অকণি অকণি উজ্বল বস্তুবোৰ।"

"মৌ-মাখি?"

"অ' নহয়। অকণি অকণি সোণালী বস্তুবোৰ—যিবোৰ দেখি এলেহুৱা মানুহে দিনতে সপোন দেখিবলৈ আৰম্ভ কৰে। মোৰ কথা ক'বলৈ হ'লে, মই সদায় ডাঙৰ ডাঙৰ কামত ব্যস্ত থাকো। অলসভাৱে সপোন দেখিবলৈ মোৰ জীৱনত সময় নাই।"

"অ', আপুনি তৰাবোৰৰ কথা ক'ব খুজিছে?"

"ওঁ, ঠিক ধৰিছা। তৰাবোৰ।"

"পাঁচ হাজাৰ এক কোটি তৰাৰে আপুনি কি কৰিব?"

"পাঁচ হাজাৰ এক কোটি, ছশ বাইশ হাজাৰ, সাত শ একত্ৰিশ। মই সদায় ডাঙৰ কামত ব্যস্ত হৈ থাকো। মোৰ হিচাপ নিৰ্ভুল।"

"আপুনি এই তৰাবোৰেৰে কি কৰে?"

"মই সেইবোৰেৰে কি কৰো?"

"হয়।"

"একো নকৰো। সেই সকলোবোৰ মোৰ সম্পত্তি।"

"আপুনি তৰাবোৰৰ গৰাকী?"

"ওঁ।"

"কিন্তু মই ইতিমধ্যে এজন ৰজাক লগ পাইছিলো। তেওঁ—"

"ৰজাসকল একো বস্তুৰে গৰাকী নহয়। তেওঁলোকে কেৱল শাসন কৰে। সি এটা সম্পূৰ্ণ সুকীয়া কথা।"

"তৰাবোৰৰ গৰাকী হৈ আপোনাৰ কি লাভ হয়?"

"তাৰ ফলত মই ধনী হওঁ, সেয়েই মোৰ লাভ।"

"ধনী হৈ আপোনাৰ কি লাভ হয় ?"

"ধনী হোৱাৰ ফলত মই বেছিকৈ তৰা কিনিব পাৰো—যদিহে অৱশ্যে নতুনকৈ তৰা আবিষ্কাৰ হয়।"

"এই মানুহজনেও বেচেৰা মদপীজনৰ নিচিনাকৈয়ে কথাবোৰ কয়"—অকণমানি কোঁৱৰে নিজকে নিজে ক'লে।

সি যি কি নহওক, তেওঁৰ আৰু কেইটামান প্ৰশ্ন আছিল।

"মানুহৰ পক্ষে তৰাৰ গৰাকী হোৱাটো কেনেকৈ সম্ভৱ হ'ব পাৰে ?"

"তৰাবোৰনো কাৰ সম্পত্তি ?"—বেপাৰীজনে এলোটাই খঙেৰে প্ৰশ্ন কৰিলে।

"মই নাজানো। কাৰো সম্পত্তি নহয়"

"তেনেহ'লে সেইবোৰ মোৰেই সম্পত্তি, কাৰণ সৰ্ব-প্ৰথম ময়েই সেই কথা চিন্তা কৰিছিলো।"

"তৰাবোৰৰ গৰাকী হ'বলৈ কেৱল সিয়েই যথেষ্টনে ?"

"নিশ্চয়। যদি তুমি গৰাকী নোহোৱা এডোখৰ হীৰা দেখা, তেন্তে সেই হীৰা ডোখৰ তোমাৰেই। তুমি যদি এটা গৰাকী নোহোৱা দ্বীপ আবিষ্কাৰ কৰা, তেন্তে সেই দ্বীপটো তোমাৰেই। আন কাৰোবাৰ মনত খেলোৱাৰ আগতেই যদি তোমাৰ মনত এটা নতুন ধাৰণা খেলায়, তেন্তে তুমি সেইটো পেটেণ্ট কৰি লোৱা, অৰ্থাৎ আইনৰ সহায়েৰে তুমি সেইটো আনে ব্যৱহাৰ কৰিব নোৱাৰাৰ ব্যৱস্থা কৰি লোৱা। ময়ো তাকেই কৰিছো। মই তৰাবোৰৰ গৰাকী, কাৰণ মোৰ আগতে আন কোনেও তৰাবোৰৰ গৰাকী হোৱাৰ কথা ভবা নাছিল।"

"হয়, সেইকথা সঁচা"—অকণমানি কোঁৱৰে ক'লে—"কিন্তু আপুনি তৰাবোৰেৰে কি কৰে ?"

"মই সিহঁতক শাসন কৰো"—বেপাৰীজনে উত্তৰ দিলে। "মই



সিহঁতক গন্তি কৰো, এবাৰ গন্তি কৰা শেষ হ'লে আকৌ গন্তি কৰো। ই বৰ টান কাম। কিন্তু মোৰ স্বভাৱটোৰেই এনেকুৱা যে টান কাম কৰিহে মই ভাল পাওঁ।"

অকণমানি কোঁৱৰ কিন্তু এতিয়াও সন্তুষ্ট নহ'ল।

"মোৰ যদি এখন পাটৰ চাদৰ থাকে তেন্তে সেইখন মই ডিঙিত মেৰিয়াই ল'ব পাৰো আৰু মোৰ লগত লৈ যাব পাৰো। মোৰ যদি এপাহ ফুল থাকে, তেন্তে ফুলপাহ চিঙি মই লগত লৈ গুচি যাব পাৰো। কিন্তু আপুনিতো আকাশৰপৰা তৰাবোৰ চিঙি আনিব নোৱাৰে……"

"হয়, নোৱাৰো। কিন্তু সেইবোৰ মই বেংকত থৈ দিব পাৰো।"

"তাৰ মানে কি ?"

"তাৰ মানে হ'ল এই যে মই এখন সৰু কাগজত মোৰ তৰাবোৰৰ সংখ্যাটো লিখো। তাৰ পিচত মই সেই কাগজ দেৰাজত ভৰাই তলা মাৰি বন্ধ কৰি থওঁ।"

"বচ্! আৰু একো নকৰে ?"

"আৰু একো কৰিবৰ দৰকাৰ নাই"—বেপাৰীজনে ক'লে।

"এইটো বৰ মজাৰ কথা"—অকণমানি কোঁৱৰে মনে মনে ভাবিলে—বৰং ই কবিত্ব-ময়। কিন্তু ই এটা খুব গুৰুত্বপূৰ্ণ কথা নহয়।

গুৰুত্বপূৰ্ণ কথাৰ বিষয়ে বয়সীয়া লোকসকলৰ ধাৰণাৰ লগত অকণমানি কোঁৱৰৰ নিজস্ব ধাৰণাৰ কোনো মিল নাছিল।

তেওঁ বেপাৰীজনক আকৌ ক'বলৈ ধৰিলে: "মোৰ নিজৰেই এপাহ ফুল আছে। মই প্ৰত্যেক দিনে ফুলপাহত পানী দিওঁ। মোৰ তিনিটা আগ্নেয়গিৰি আছে। প্ৰত্যেক সপ্তাহে মই সেই-কেইটা চাফা কৰো, (মৰা আগ্নেয়গিৰিটোকো মই চাফা কৰো, কাৰণ কেতিয়া কি হ'ব কোনেও ক'ব নোৱাৰে)। মই যে ফুলপাহ আৰু আগ্নেয়গিৰিকেইটাৰ গৰাকী, তাৰ ফলত ফুলপাহ আৰু

আগ্নেয়গিৰিকেইটাৰো কিছু উপকাৰ হৈছে। কিন্তু আপোনাৰ-পৰা তৰাবোৰৰ কোনো উপকাৰ হোৱা নাই······"

বেপাৰীজনে মুখখন মেলিলে, কিন্তু উত্তৰত ক'বলৈ একো কথা বিচাৰি নাপালে। অকণমানি কোঁৱৰজন নিজৰ বাটত গুচি গ'ল।

নিজৰ বাটত গৈ থাকোতে অকণমানি কোঁৱৰে নিজকে নিজে ক'লে : "বয়সীয়া মানুহবোৰ সঁচাকৈয়ে অতি অসাধাৰণ।"

( ১৪ )

পঞ্চম গ্ৰহটো আছিল অতি অদ্ভুত। ই আছিল আটাইতকৈ সৰু গ্ৰহ। গ্ৰহটোত বাটৰ কাষৰ এটা লেম্প্ আৰু লেম্প্‌টো জ্বলাবলৈ এটা মানুহৰ জোখাৰেহে ঠাই আছিল। আকাশৰ কোনোবা একোণত লুকাই থকা এটা গ্ৰহ—যিটো গ্ৰহ ইমান সৰু যে তাত কোনো মানুহ নাই আৰু এটা মাত্ৰও ঘৰ নাই—তাত আকৌ বাটৰ কাষৰ লেম্প্ আৰু লেম্প্ জ্বলাবলৈ মানুহৰ কি দৰকাৰ থাকিব পাৰে তাৰ কোনো ব্যাখ্যা অকণমানি কোঁৱৰে বিচাৰি নাপালে। কিন্তু তথাপি তেওঁ নিজকে নিজে ক'লে :

"হ'ব পাৰে যে এই মানুহজন অতি অদ্ভুত। কিন্তু তেওঁ ৰজাজন, মদগৰ্বী মানুহজন, বেপাৰীজন আৰু মদপীজনৰ নিচিনা অদ্ভুত নহয়। কাৰণ তেওঁৰ কামৰ অন্ততঃ কিবা এটা অৰ্থ আছে। তেওঁ যেতিয়া বাটৰ কাষৰ লেম্প্‌টো জ্বলায়, তেওঁ যেন আৰু এটা তৰা বা আৰু এপাহ ফুলকহে নতুনকৈ জগাই দিয়ে। তেওঁ যেতিয়া লেম্প্‌টো নুমুৱায়, তেওঁ ফুলপাহ বা তৰাটোক শোৱাই দিয়ে। ই এটা অতি সুন্দৰ কাম। আৰু যিহেতু ই সুন্দৰ, সেই কাৰণে ই প্ৰকৃততেই মঙ্গলজনক।"

গ্ৰহটোত উপস্থিত হৈ তেওঁ লেম্প্-জ্বলোৱা মানুহজনক সসন্মানে নমস্কাৰ জনালে।



"সু-প্ৰভাত ডাঙৰীয়া। আপুনি এই মাত্ৰ কিয় লেম্প্‌টো নুমুৱাই দিলে ?"

"সেইটো কৰিবলৈ হুকুম আছে"—মানুহজনে উত্তৰ দিলে—"সু-প্ৰভাত।"

"হুকুম্‌টো কি ?"



"হুকুমটো হ'ল এই যে মই মোৰ লেম্প্‌টো নুমুৱাই দিব লাগে। শুভ-সন্ধ্যা।"

মানুহজনে আকৌ লেম্প্‌টো জ্বলাই দিলে।

"কিন্তু এই মাত্ৰ আপুনি লেম্প্‌টো আকৌ কিয় জ্বলাই দিলে ?"

"সেইটো কৰিবলৈকো হুকুম আছে"—মানুহজনে উত্তৰ দিলে।

"মই একো বুজি পোৱা নাই"—অকণমানি কোঁৱৰে ক'লে।

"বুজিবলৈ একো নাই"—মানুহজনে ক'লে—"হুকুম হুকুমেই। সু-প্ৰভাত।"

তেওঁ আকৌ লেম্প্‌টো নুমুৱাই দিলে।

তাৰ পিচত তেওঁ ৰুমালেৰে কপালখন মচিলে। ৰুমালখনত ৰঙা বৰ্গক্ষেত্ৰ কিছুমান আঁকা আছিল।

"মোৰ কামটো আচলতে অতি ভয়াবহ। তাহানিখন অৱশ্যে কামটো যুক্তিপূৰ্ণই আছিল। মই ৰাতিপুৱা লেম্প্‌টো নুমুৱাই দিওঁ আৰু গধূলি জ্বলাই দিওঁ। বাকী গোটেই দিনটো মই জিৰণি লওঁ আৰু বাকী গোটেই ৰাতি শুই থাকো।"

"আৰু তাৰ পিচৰপৰাই হুকুমবোৰ বদলি হৈ গল ?"

"হুকুমবোৰ বদলি হোৱা নাই"—মানুহজনে ক'লে—"সেই-টোৰেইতো [illegible]ডি দুখৰ কথা। ইবছৰতকৈ সিবছৰ গ্ৰহটো আগতকৈ বেছি জোৰেৰে ঘূৰিবলৈ ধৰিছে, কিন্তু হুকুমবোৰ হলে একেই আছে।"

"তেন্তে কি হ'ব ?"—অকণমানি কোঁৱৰে সুধিলে।

"গ্ৰহটোৱে এতিয়া এক মিনিটত সম্পূৰ্ণ এবাৰ ঘূৰে, আৰু মই এক চেকেণ্ডো জিৰণি ল'বলৈ সময় নাপাওঁ। মিনিটৰ অন্তৰে অন্তৰে মই লেম্প্‌টো জ্বলাব লাগে আৰু নুমুৱাব লাগে।"

"আপোনাৰ ইয়াত দিনটো মাত্ৰ এক মিনিট দীঘল! বৰ হাঁহি উঠা কথা!"

"হাঁহি উঠা কথা একেবাৰেই নহয়"—লেম্প্‌ জ্বলোৱা মানুহজনে ক'লে—"আমি কথা পাতি থাকোতেই এটা মাহ ইতিমধ্যেই পাৰ হৈ গ'ল।"

"এটা মাহ ?"



"হয়, এটা মাহ। ত্ৰিশ মিনিট ত্ৰিশ দিন। শুভ-সন্ধ্যা।"

তেওঁ আকৌ লেম্প্‌টো জ্বলালে।

মানুহজনলৈ চাই চাই অকণমানি কোঁৱৰে ভাবিলে—এই কৰ্তব্যপৰায়ণ মানুহজনক তেওঁ ভাল পাই পেলাইছে। নিজৰ পুৰণি দিনৰ কথা তেওঁৰ মনত পৰিল। চকীখন অলপ ইফাল-সিফাল কৰিয়েই তেওঁ তেতিয়া সূৰ্যাস্ত চাবলৈ বিচাৰিছিল। এতিয়া এই বন্ধুজনক অলপ সহায় কৰিবলৈ তেওঁৰ মন গ'ল।

"জানে, আপুনি যেতিয়াই বিচাৰে তেতিয়াই জিৰণি ল'ব পৰাকৈ মই আপোনাক এটা উপায় দিব পাৰো।"

"মই সদায় জিৰণি ল'বলৈ বিচাৰো"—মানুহজনে ক'লে।

এই কথা অৱশ্যে সঁচা যে মানুহ একে সময়তে কৰ্তব্যপৰায়ণ হোৱা আৰু এলেহুৱা হোৱাটো সম্ভৱপৰ।

অকণমানি কোঁৱৰে নিজৰ কথাটো ব্যাখ্যা কৰিবলৈ ধৰিলে :

"আপোনাৰ গ্ৰহটো ইমান সৰু যে তিনিটা খোজ দিয়েই আপুনি গোটেই গ্ৰহটো ঘূৰি আহিব পাৰে। সদায় বেলিৰ পোহৰত থাকিবলৈ হ'লে আপুনি কেৱল লাহে লাহে খোজ কাঢ়িলেই হ'ল। আপুনি যেতিয়া জিৰণি ল'বলৈ বিচাৰে, তেতিয়া আপুনি খোজ কাঢ়ি থাকিব; তেতিয়া আপুনি যিমান সময় ইচ্ছা কৰে সি দিন হৈয়েই থাকিব।"

"তাৰদ্বাৰাই মোৰ বেছি লাভ নহ'ব"—মানুহজনে ক'লে—"মই জীৱনত কেৱল শুই থাকিবলৈকে ভাল পাওঁ।"

"তেতিয়াহ'লে আপুনি বৰ দুৰ্ভগীয়া"—অকণমানি কোঁৱৰে ক'লে।

"হয়, মই দুৰ্ভগীয়া"—মানুহজনে ক'লে—"সু-প্ৰভাত।"

তেওঁ লেম্প্‌টো নুমুৱাই দিলে।

আকৌ নিজৰ বাটত যাবলৈ আৰম্ভ কৰি অকণমানি কোঁৱৰে নিজকে নিজে ক'লে—"সেই মানুহজনক আন সকলোৱেই খুব নিন্দা কৰিব; ৰজাজন, মদগৰ্বী মানুহজন, বেপাৰীজন আৰু

মদপীজন—সকলোৱেই তেওঁক নিন্দা কৰিব। কিন্তু তেওঁৱেই একমাত্র মানুহ—যাক ঠাট্টা-বিদ্রূপ কৰিবলগীয়া মানুহ যেন মোৰ নালাগে। তাৰ কাৰণ সম্ভৱতঃ এইটো হ'ব পাৰে যে তেওঁ নিজৰ বাহিৰেও আন কিবাকিবি কথা চিন্তা কৰিছে।"

তেওঁ এটা বেজাৰৰ হুমুনিয়াহ পেলালে, আৰু নিজকে নিজে ক'লে:

"তেৱেঁই একমাত্র মানুহ—যাৰ লগত মই বন্ধুত্ব কৰিব পাৰিলোঁহেঁতেন, কিন্তু তেওঁৰ গ্ৰহটো অতি সৰু। দুজন মানুহৰ কাৰণে তাত ঠাই নাই..........।"

যিটো কথা অকণমানি কোঁৱৰজনে নিজৰ ওচৰত স্বীকাৰ নকৰিলে সেইটো হ'ল এই যে সেই গ্ৰহটো এৰি আহিব লগা হোৱাত তেওঁৰ মনত বৰ দুখ লাগিছিল, কাৰণ সেই গ্ৰহটোত প্ৰত্যেক দিনেই ১৪৪০ বাৰকৈ বেলি মাৰ গৈছিল!

( ১৫ )

শেষৰ গ্ৰহটোতকৈ ষষ্ঠ গ্ৰহটো আছিল দহগুণ ডাঙৰ। তাৰ বাসিন্দা আছিল এজন বুঢ়া মানুহ; তেওঁ প্ৰকাণ্ড প্ৰকাণ্ড কিতাপ লিখিছিল।

"বাঃ! চোৱাচোন, এয়া এজন অভিযানকাৰী আহিছে!"

অকণমানি কোঁৱৰক অহা দেখি বুঢ়া মানুহজনে নিজে নিজে চিঞৰি উঠিল।

অকণমানি কোঁৱৰে টেবুলৰ ওপৰত বহি অলপ কোপাবলৈ ধৰিলে। তেওঁ ইতিমধ্যেই বহুত দূৰ বাট ভ্ৰমণ কৰি আহিছে।

"তুমি ক'ৰপৰা আহিছা?"—বুঢ়া মানুহজনে তেওঁক সুধিলে।

"এই ডাঙৰ কিতাপখন কি?"—অকণমানি কোঁৱৰে সুধিলে—"আপুনি কি কৰিছে?"



"মই এজন ভূগোলবিদ্"—বুঢ়া মানুহজনে ক'লে।

"ভূগোলবিদে কি কৰে?"—অকণমানি কোঁৱৰে সুধিলে।

"ভূগোলবিদ হ'ল এজন পণ্ডিত; তেওঁ সকলো সাগৰ, নদী, চহৰ, পৰ্বত আৰু মৰুভূমিৰ অৱস্থিতি জানে।"

"এইটো বৰ মজাৰ কথা"—অকণমানি কোঁৱৰে ক'লে। "অৱশেষত এজন মানুহ লগ পালো—যাৰ সঁচাকৈয়ে কৰিবলগীয়া এটা কাম আছে।" তেওঁ ভূগোলবিদৰ গ্ৰহটো চাৰিওফালে এবাৰ চকু ফুৰাই চালে। তেওঁ আজিলৈকে দেখাৰ ভিতৰত এইটোৱেই হ'ল আটাইতকৈ সুন্দৰ আৰু গাম্ভীৰ্যপূৰ্ণ গ্ৰহ।

"আপোনাৰ গ্ৰহটো অতি সুন্দৰ"—তেওঁ ক'লে। "ইয়াত মহাসাগৰ আছেনে?"

"মই সেই কথা তোমাক ক'ব নোৱাৰিলোঁ"—ভূগোলবিদে ক'লে।

"অ!"—অকণমানি কোঁৱৰ কিছু হতাশ হ'ল। "ইয়াত পৰ্বত আছেনে?"

"মই ক'ব নোৱাৰিলোঁ"—ভূগোলবিদে ক'লে।

"আৰু চহৰ, নদী, মৰুভূমি?"

"সেই কথাও মই তোমাক ক'ব নোৱাৰিলোঁ।"

"কিন্তু আপুনি এজন ভূগোলবিদ্।"

"ঠিক কথা"—ভূগোলবিদে ক'লে। "কিন্তু মই অভিযাত্ৰী নহয়। মোৰ এই গ্ৰহত এজনো অভিযাত্ৰী নাই। ভূগোলবিদে চহৰ, নদী, পৰ্বত, সাগৰ, মহাসাগৰ আৰু মৰুভূমিৰ হিচাপ লৈ ঘূৰি নুফুৰে। ভূগোলবিদ্ হ'ল এজন অতি ডাঙৰ কামত ব্যস্ত হৈ থকা মানুহ; সেইবোৰ আজে-বাজে কামত খৰচ কৰিবলৈ তেওঁৰ সময় নাই। তেওঁ নিজৰ লিখা-পঢ়া কৰাৰ মেজ এৰি থৈ নাযায়। কিন্তু তেওঁ অভিযাত্ৰীসকলক নিজৰ পঢ়া-কোঠাত লগ ধৰে। তেওঁ তেওঁলোকক প্ৰশ্ন কৰে, আৰু

তেওঁলোকে তেওঁলোকৰ ভ্ৰমণৰ যিমানবোৰ কথা মনত পেলাব পাৰে সেই সকলোবোৰ তেওঁ টুকি লয়। তাৰে ভিতৰত কোনোবা এজনৰ কথাই যদি তেওঁৰ মনত কৌতূহলৰ উদ্ৰেক্ কৰে, তেন্তে সেই মানুহজনৰ নৈতিক চৰিত্ৰ সম্পৰ্কে তেওঁ অনুসন্ধান চলায়।"

"কিয় সেইটো কৰা হয়?"

"কাৰণ মিছা কথা কোৱা অভিযাত্ৰীয়ে ভূগোলবিদৰ কিতাপৰ সৰ্বনাশ কৰিব পাৰে। অতিপাত মদখোৱা অভিযাত্ৰীয়েও ঠিক তাকেই কৰিব পাৰে।"



"সেইটো কিয় হ'ব পাৰে?" —অকণমানি কোঁৱৰে সুধিলে।

"কাৰণ মদ খাই নিচা হোৱা মানুহে চকুৰ আগত প্ৰত্যেক বস্তুকে দুটা দুটা দেখে। ফলত ভূগোলবিদে এটা পৰ্বতৰ ঠাইত দুটা পৰ্বত বুলি লিখিবলগা হ'ব পাৰে।"



"মই এনে এজন মানুহৰ কথা জানো—যিজন মানুহ খুব বেয়া অভিযাত্ৰী হ'লহেঁতেন"—অকণমানি কোঁৱৰে ক'লে।

"সেইটো সম্ভৱ। যদি অভিযাত্ৰীজনৰ নৈতিক চৰিত্ৰ ভাল বুলি জনা যায়, তেতিয়া তেওঁৰ আবিষ্কাৰৰ বিষয়ে তদন্ত কৰা হয়।"

"কোনোবাই সেইটো চাবলৈ যায়?"

"নহয়, সেইটো বৰ জটিল কাম হ'ব। কিন্তু অভিযাত্ৰীজনে নিজৰ আবিষ্কাৰৰ প্ৰমাণ দিব পাৰিব লাগিব। উদাহৰণ স্বৰূপে আমাৰ আলোচ্য আবিষ্কাৰটো যদি এটা ডাঙৰ পৰ্বতৰ বিষয়ে হয়, তেন্তে তাৰপৰা ডাঙৰ ডাঙৰ শিল আনি দেখুওৱাৰ দৰকাৰ হ'ব।"

বুঢ়ামানুহজন হঠাতে উত্তেজিত হৈ উঠিল।

"কিন্তু তুমি—তুমিতো বহুত দূৰৈৰপৰা আহিছা। তুমি এজন অভিযাত্ৰী। তুমি তোমাৰ গ্ৰহটো মোৰ আগত বৰ্ণনা কৰিব লাগিব।"

ভূগোলবিদে তেওঁৰ ডাঙৰ টোকা-বহীখন মেলি লৈ পেনচিল-ডাল জোঙা কৰিবলৈ ধৰিলে। অভিযাত্ৰীৰ বৰ্ণনাবোৰ প্ৰথমে পেন্‌চিলেৰে লিখা হয়। সেইবোৰ চিঞ্চাহীৰে লিখাৰ আগতে অভিযাত্ৰীজনে প্ৰমাণ দাখিল কৰালৈ অপেক্ষা কৰা হয়।

"তেন্তে"—কিবা এটা আশা কৰাৰ ভংগীৰে ভূগোলবিদজনে ক'লে।

"অ—মই যিটো গ্ৰহত থাকো তাৰ বিষয়ে কৌতূহলোদ্দীপক কথা বেছি একো নাই"—অকণমানি কোঁৱৰে ক'লে—"সি অতিশয় সৰু। মোৰ তিনিটা আগ্নেয়গিৰি আছে। দুটা আগ্নেয়গিৰি জীৱন্ত আৰু আনটো মৃত। কিন্তু সেই বিষয়ে নিশ্চিতকৈ কোনেও একো ক'ব নোৱাৰে।"

"হয়, নিশ্চিতকৈ কোনেও ক'ব নোৱাৰে"—ভূগোলবিদজনে ক'লে।

"মোৰ এপাহ ফুলো আছে।"

"আমি ফুলৰ হিচাপ নলওঁ"—ভূগোলবিদে ক'লে।

"কিয় নলয়? মোৰ গ্ৰহটোত ফুলপাহেই হ'ল সবাতোকৈ ধুনীয়া বস্তু।"

"আমি ফুলৰ হিচাপ নলওঁ"—ভূগোলবিদে ক'লে—"কাৰণ সিহঁত তেনেই ক্ষণস্থায়ী বস্তু।"

"ক্ষণস্থায়ী? তাৰ মানে কি?"

ভূগোলবিদে ক'লে—"সকলো কিতাপৰ ভিতৰত কেৱল ভূগোলৰে অতি ডাঙৰ ডাঙৰ কথাৰ লগত সম্পৰ্ক। সিহঁত কেতিয়াও পুৰণিকলীয়া নহয়। পৰ্বতে কাচিৎহে নিজৰ অৱস্থিতি সলনি কৰে। কাচিৎহে মহাসমুদ্ৰৰ পানী শুকাই তলী ওলাই পৰে। আমি অনন্তকাল স্থায়ী হৈ থকা বস্তুৰ বিষয়েহে লিখোঁ।"

"কিন্তু মৃত আগ্নেয়গিৰি আকৌ জীৱন্ত হৈ উঠিব পাৰে"—অকণমানি কোঁৱৰে মাজতে মাত লগালে—"ক্ষণস্থায়ী—তাৰ মানে কি?"

"আগ্নেয়গিৰি মৰাই হওক বা জীয়াই হওক—আমাৰ কাৰণে হুয়োটাই একেটা কথা"—ভূগোলবিদে ক'লে। "আমাৰ কাৰণে আচল দৰকাৰী কথা হ'ল পৰ্বতটো। তাৰ কেতিয়াও সলনি নহয়।"

"কিন্তু 'ক্ষণস্থায়ী'—ইয়াৰ মানে কি?" —অকণমানি কোঁৱৰে একেটা প্ৰশ্নকে আকৌ দোহাৰিলে। এবাৰ কিবা এটা প্ৰশ্ন আৰম্ভ কৰি সেইটো শেষ নকৰাকৈ এৰাৰ অভ্যাস তেওঁৰ জীৱনতেই নাই।

"ইয়াৰ অৰ্থ হ'ল—যিটো বস্তু অতি দ্ৰুতগতিত নিশ্চিহ্ন হৈ যোৱাৰ বিপদ আছে।"

"মোৰ ফুলপাহৰো দ্ৰুতগতিত নিশ্চিহ্ন হৈ যোৱাৰ বিপদ আছে-নেকি?"



"নিশ্চয় আছে।"

"মোৰ ফুলপাহ ক্ষণস্থায়ী"—অকণমানি কোঁৱৰে নিজকে নিজে ক'লে। "আৰু পৃথিৱীৰ বিৰুদ্ধে নিজকে ৰক্ষা কৰিবলৈ তাইৰ আছে মাত্ৰ চাৰিটা কাঁইট। ইফালে মই তাইক এৰি থৈ আহিছো একেবাৰে অকলশৰীয়াকৈ!"

সেইটোৱেই আছিল তেওঁৰ অনুশোচনাৰ প্ৰথমটো মুহূৰ্ত। কিন্তু তেওঁ আৰু এবাৰ মনত সাহ গোটালে।

"আপুনি এতিয়া মোক কোন ঠাইলৈ যাবলৈ উপদেশ দিব?" —তেওঁ সুধিলে।

"পৃথিৱী গ্ৰহ"—ভূগোলবিদে উত্তৰ দিলে। "ইয়াৰ এটা ভাল খ্যাতি আছে।"

নিজৰ ফুলপাহৰ কথা ভাবি ভাবি অকণমানি কোঁৱৰে আকৌ নিজৰ বাটত আগ বাঢ়িল।

( ১৬ )

গতিকে এতিয়া সপ্তম গ্ৰহটো হ'ল পৃথিৱী।

পৃথিৱী এটা মাত্ৰ সাধাৰণ গ্ৰহ নহয়! যি কোনো মানুহেই গণ্ডি কৰি উলিয়াব পাৰে যে তাত ১১১ জন ৰজা আছে (পাহৰিলে নচলিব যে তাৰ ভিতৰতে আছে নিগ্ৰো ৰজাসকলো), ৭০০০ ভূগোলবিদ্, ৯০০,০০০ ব্যৱসায়ী, ৭,৫০০,০০০ মদপী, ৩১১,০০০,০০০ মদগৰ্বী মানুহ,—অৰ্থাৎ ক'বলৈ গ'লে ২,০০০,০০০,০০০ বয়সীয়া মানুহ আছে।

পৃথিৱীৰ আকাৰৰ বিষয়ে তোমাক এটা ধাৰণা দিবলৈ মই তোমাক ক'ব পাৰো যে বিজুলী-শক্তিৰ আৱিষ্কাৰৰ আগতে ছয়খন মহাদেশত বাটৰ কাষৰ লেম্প্‌বোৰ জ্বলাবলৈ সৰ্বমুঠ ৪৬২,৫১১ জন লেম্প-জ্বলোৱা মানুহ ৰখাৰ প্ৰয়োজন হৈছিল।

অলপ ওচৰৰপৰা চালে সি এটা চমক্‌প্ৰদ দৃশ্যৰ সৃষ্টি কৰে। লেম্প্‌-জ্বলোৱা মানুহৰ এই কৰ্মীবাহিনীৰ গতি-বিধি গীত-নাট্যৰ নৰ্তক-নৰ্তকীসকলৰ দৰে নিয়ন্ত্ৰিত কৰা হয়। প্ৰথমতে অহাৰ পাল পৰে নিউজিলেণ্ড্‌ আৰু অষ্ট্ৰেলিয়াৰ লেম্প্‌-জ্বলোৱা মানুহ-বোৰৰ। নিজৰ ভাগৰ লেম্প্‌বোৰ জ্বলাই তেওঁলোক শুবলৈ যায়। তাৰ পিচত নাচৰ তালে তালে খোজ মিলাই সোমাই আহে চীন আৰু চাইবেৰিয়াৰ লেম্প্‌-জ্বলোৱা মানুহবোৰ, আৰু ঢোৰ লহৰৰ দৰে তেওঁলোকো নেপথ্যলৈ অদৃশ্য হৈ যায়। তাৰ পিচত অহাৰ পাল পৰে ৰাছিয়া আৰু ভাৰতৰ লেম্প্‌-জ্বলোৱা লোকসকলৰ; তাৰ পিচত আফ্ৰিকা আৰু য়ুৰোপৰ; তাৰ পিচত দক্ষিণ আমেৰিকাৰ; তাৰ পিচত উত্তৰ আমেৰিকাৰ। কোনে কেতিয়া মঞ্চত প্ৰবেশ কৰিব সেই বিষয়ত তেওঁলোক কোনেও ভুল নকৰে। ই এটা গৰিমা-মণ্ডিত দৃশ্য।

কেৱল মাত্ৰ উত্তৰ মেৰুৰ এটা মাত্ৰ লেম্পৰ দায়িত্বত থকা মানুহজন আৰু তেওঁৰ সহযোগী দক্ষিণ মেৰুৰ এটা মাত্ৰ লেম্পৰ দায়িত্বত থকা মানুহজন—এই দুজন মাত্ৰ মানুহৰহে বিশেষ একো পৰিশ্ৰম আৰু ব্যস্ততা নাই। তেওঁলোক ব্যস্ত হ'ব লগা হয় বছৰত মাত্ৰ দুবাৰ।

( ১৭ )

যেতিয়া কোনোবাই ৰস-সৃষ্টি কৰিবলৈ ইচ্ছা কৰে, তেওঁ তেতিয়া মাজে-সময়ে সত্যৰপৰা সামান্য ফাললৈ কাটি যায়। লেম্প্‌-জ্বলোৱা মানুহবিলাকৰ বিষয়ে কওঁতে মই সম্পূৰ্ণ সত্যবাদী হোৱা নাই। আৰু মই এই কথাও উপলব্ধি কৰিছো যে যিসকল লোকে পৃথিৱীৰ বিষয়ে একো কথা নাজানে, মই হয়তো তেওঁলোকক আমাৰ গ্ৰহটোৰ বিষয়ে এটা ভুল ধাৰণাও দি পেলাইছো।



মানুহে পৃথিৱীৰ এটা অতি ক্ষুদ্ৰ অংশহে দখল কৰি আছে। পৃথিৱীৰ উপৰিভাগত বাস কৰা দুশ কোটি অধিবাসীয়ে যদি মাজে-মাজে ডাঙৰ ৰাজহুৱা সভাত জুম বন্ধাৰ নিচিনাকৈ একে ঠাইতে থিয় হৈ জুম বান্ধিবলৈ হয়, তেতিয়া হলে বিশ মাইল দীঘল আৰু বিশ মাইল বহল এখন ডাঙৰ ৰাজহুৱা পথাৰতেই তেওঁলোকৰ কাৰণে যথেষ্ট ঠাই হ'ব। প্ৰশান্ত মহাসাগৰৰ এটা ক্ষুদ্ৰ দ্বীপতেই পৃথিৱীৰ সকলো মানুহকে একে ঠাইতে থুপ খুৱাব পৰা হ'ব।

বয়সীয়া মানুহক এই কথা কলে তেওঁলোকে কেতিয়াও বিশ্বাস নকৰিব। তেওঁলোকে কল্পনা কৰে যে তেওঁলোকে এখন বিশাল ঠাই দখল কৰি আছে। তেওঁলোকে নিজকে বাওবাবৰ নিচিনাই কিবা এটা ডাঙৰ বস্তু বুলি কল্পনা কৰে। সেই কাৰণে তেওঁলোকৰ নিজৰ হিচাব নিজেই কৰি ল'বলৈ তুমি তেওঁলোকক উপদেশ দিয়া উচিত। তেওঁলোকে সংখ্যা বৰ ভাল পায়, আৰু সেইটো কৰিবলৈ পালে তেওঁলোক বৰ খুচি হ'ব। কিন্তু এই অতিৰিক্ত কামত তোমাৰ নিজৰ সময় অপচয় নকৰিবা। সি অনাৱশ্যক। মই জানো, মোৰ ওপৰত তোমাৰ বিশ্বাস আছে।

অকণমানি কোঁৱৰজন যেতিয়া পৃথিৱীত আহি উপস্থিত হ'ল, ইয়াত কোনো মানুহ-দুনুহ নেদেখি তেওঁ বৰ আচৰিত হ'ল। যেতিয়া জোনাকবৰণীয়া এডাল সোণালী তাঁৰ বালিৰ ওপৰত জিলিকি উঠিল, তেতিয়া তেওঁৰ মনত ভয় সোমাল যে তেওঁ বোধয়হ ভুল গ্ৰহ এটাতহে আহি উপস্থিত হ'ল।

"শুভ-সন্ধ্যা"—অকণমানি কোঁৱৰজনে নম্ৰভাৱে ক'লে।

"শুভ-সন্ধ্যা"—সাপটোৱে ক'লে।

"মই যে এই গ্ৰহটোত আহি পৰিলো, এইটোনো কি গ্ৰহ?"—অকণমানি কোঁৱৰে সুধিলে।

"এইখন হ'ল পৃথিৱী ; এইখন আফ্রিকা"—সাপটোৱে উত্তৰ দিলে ।



"অকণমানি কোঁৱৰ পৃথিৱীত যেতিয়া আহি উপস্থিত হ'ল, তেওঁ ইয়াত কোনো মানুহ-দুনুহ নেদেখি অতি আচৰিত হল ।"

"অ' ! এই পৃথিৱীত কোনো মানুহ নাই ?"

"এইখন মৰুভূমি। মৰুভূমিত কোনো মানুহ নাথাকে । পৃথিৱীখন অতি ডাঙৰ"—সাপটোৱে ক'লে ।



অকণমানি কোঁৱৰে শিল এছটাৰ ওপৰত বহি আকাশৰ ফালে চকু তুলি চালে ।

"আকাশত যে তৰাবোৰ জ্বলাই থোৱা আছে—আমাৰ নিজৰ নিজৰ তৰাবোৰ এদিন পুনৰ চিনি উলিয়াবৰ কাৰণেই সেইটো কৰা হৈছেনেকি—সেই কথা ভাবি মই বৰ আচৰিত হওঁ।… মোৰ গ্ৰহটোলৈকে চোৱা । ই ঠিক আমাৰ মূৰৰ ওপৰতে আছে। কিন্তু ই কিমান দূৰত !"

"ই বৰ সুন্দৰ"—সাপটোৱে কলে । "তুমি ইয়ালৈ কি সকামত আহিলা ?"

'এপাহ ফুলক লৈ মোৰ কিছু সমস্যা হৈছে"—অকণমানি কোঁৱৰে কলে ।

"অ !"—সাপটোৱে কলে ।

দুয়ো নীৰব হৈ পৰিল ।

"মানুহবোৰ ক'ত ?"—অকণমানি কোঁৱৰে অৱশেষত কথা-বাৰ্তা আকৌ আৰম্ভ কৰিলে । "মৰুভূমিখন যেন কিছু নিৰ্জন……"

"মানুহৰ মাজত সেই একে নিৰ্জনতাকেই পাবা ?"—সাপটোৱে কলে ।

অকণমানি কোঁৱৰে বহুত সময় সাপটোলৈ ৰ লাগি চাই ৰ'ল ।

"তুমি এটা বৰ হাঁহি-উঠা প্ৰাণী"—তেওঁ অৱশেষত কলে ।

"এটা আঙুলিতকৈ তুমি অকণো বেছি শকত নহয় ।"

"কিন্তু মই এজন ৰজাৰ আঙুলিতকৈয়ো বহুত বেছি শক্তিশালী"—সাপটোৱে কলে ।

অকণমানি কোঁৱৰে হাঁহিলে ।

"তুমি কেতিয়াও বেছি শক্তিশালী নহয় । তোমাৰ আনকি ভৰিও নাই । তুমি আনকি ফুৰিবও নোৱাৰা………"

"এখন জাহাজে তোমাক যিমান দূৰলৈ নিব পাৰে, মই তোমাক

তাতোকৈ বহুত বেছি দূৰলৈ কঢ়িয়াই লৈ যাব পাৰোঁ''—সাপটোৱে কলে।



''তুমি এটা বৰ হাঁহি উঠা প্ৰাণী''

সাপটোৱে অকণমানি কোঁৱৰৰ ভৰিৰ সৰু গাঁঠিটো এডাল সোণৰ নুপূৰৰ দৰে মেৰাই ধৰিলে।

''মই যাকেই স্পৰ্শ কৰোঁ তেওঁকেই তেওঁ যিখন পৃথিৱীৰ-পৰা আহিছিল তালৈ ঘূৰাই পঠিয়াওঁ''—সাপটোৱে আকৌ কলে। "কিন্তু তুমি নিষ্পাপ আৰু সত্যবাদী, আৰু তুমি আহিছা এটা তৰাৰপৰা..........''



অকণমানি কোঁৱৰে কোনো উত্তৰ নিদিলে।

''তোমালৈ মোৰ খুব মৰম লাগিছে, গ্ৰেনাইটেৰে নিৰ্মিত এই পৃথিৱীত তুমি অতিকৈ নিশকতীয়া''—সাপটোৱে কলে। ''কেতিয়াবা যদি তোমাৰ নিজৰ গ্ৰহটোৰ কথা মনত পৰি তোমাৰ মনত খুব বেয়া লাগে, তেতিয়া তোমাক মই সহায় কৰিব পাৰোঁ—''

''ওঁ, মই তোমাৰ কথা খুব ভালকৈ বুজি পাইছোঁ''—অকণমানি কোঁৱৰে কলে। ''কিন্তু তুমি সদায় কিয় সাঁথৰৰ ভাষাত কথা কোৱা ?''

''মই সকলো সাঁথৰৰ ৰহস্য সমাধান কৰোঁ''—সাপটোৱে কলে।

দুয়ো আকৌ নীৰৱ হৈ পৰিল।

( ১৮ )

মৰুভূমিখন পাৰ হৈ অকণমানি কোঁৱৰে মাত্ৰ এপাহ ফুল লগ পালে। ফুলপাহৰ মাত্ৰ তিনিটা পাহি আছিল, সি একো লেখত লবলগীয়া ফুল নাছিল।

"সু-প্ৰভাত''—অকণমানি কোঁৱৰে কলে।

"সু-প্ৰভাত''—ফুলপাহে কলে।

"মানুহবোৰ ক'ত ?"—অকণমানি কোঁৱৰে নম্ৰভাৱে সুধিলে।

ফুলপাহে এসময়ত এটা কাফিলা পাৰ হৈ যোৱা দেখিছিল।

"মানুহ ?"—তাই প্ৰতিধ্বনি কৰি কলে। "মই ভাবোঁ যে সাতজন কি আঠজন মানুহক এতিয়া জীৱিত অৱস্থাত আছে। কেইবছৰমানৰ আগতে মই তেওঁলোকক দেখিছিলোঁ। কিন্তু ক'ত বিচাৰিলে তেওঁলোকক পোৱা যায় সেইকথা কোনেও ক'ব নোৱাৰে। বতাহে তেওঁলোকক উৰুৱাই লৈ যায়। তেওঁলোকৰ শিপা নাই। ফলত তেওঁলোকৰ জীৱন কষ্টকৰ।"

"বিদায়'' – অকণমানি কোঁৱৰে কলে।

"বিদায়''—ফুলপাহে কলে।

( ১৯ )

তাৰ পিচত অকণমানি কোঁৱৰ এটা ওখ পৰ্বতত উঠিলগৈ। তেওঁৰ আগ্নেয়গিৰিকেইটাই আছিল তেওঁ চিনি পোৱা একমাত্ৰ পৰ্বত। সেই কেইটা আছিল তেওঁৰ আঠুৰ সমানহে ওখ। মৰা



আগ্নেয়গিৰিটোক তেওঁ ব্যৱহাৰ কৰিছিল ভৰি দিয়া খাপ হিচাপে। "ইমান এটা ওখ পৰ্বতৰপৰা মই একেটা ভুমুকিতে গোটেই পৃথিৱীখন আৰু তাৰ সকলো মানুহ চাব পাৰিম"—তেওঁ নিজকে নিজে কলে।

কিন্তু তেওঁ বেজীৰ দৰে জোঙা জোঙা গিৰিশৃংগবোৰৰ বাহিৰে আন একোকে নেদেখিলে।

"সু প্ৰভাত"—তেওঁ নম্ৰভাৱে কলে।

"সু-প্ৰভাত—সু-প্ৰভাত—সু-প্ৰভাত"—প্ৰতিধ্বনিয়ে উত্তৰ দিলে।

"তুমি কোন ?"—অকণমানি কোঁৱৰে সুধিলে।

"তুমি কোন—তুমি কোন—তুমি কোন--?" প্ৰতিধ্বনিয়ে উত্তৰ দিলে।

"মোৰ বন্ধু হোৱা। মই একেবাৰে অকলশৰীয়া"—তেওঁ কলে।

"মই একেবাৰে অকলশৰীয়া—একেবাৰে অকলশৰীয়া—একেবাৰে অকলশৰীয়া"—প্ৰতিধ্বনিয়ে উত্তৰ দিলে।



"কি অদ্ভুত গ্ৰহ এইটো !"—তেওঁ ভাবিলে। "ই সম্পূৰ্ণ শুকান, সম্পূৰ্ণ জোঙা, সম্পূৰ্ণ ৰুক্ষ আৰু ভয়-লগা। আৰু মানুহবোৰৰো কোনো কল্পনা শক্তি নাই। আনে যিহকে কয়, তেওঁলোকে কেৱল



তাকেই দোহাৰে। মোৰ নিজৰ গ্ৰহত মোৰ এপাহ ফুল আছিল; তায়েই সদায় প্ৰথমে কথা কৈছিল……"

( ২০ )

কিন্তু বহুতপৰ বালি, শিল আৰু বৰফৰ মাজে মাজে খোজ কাঢ়ি অকণমানি কোঁৱৰ অৱশেষত এটা আলিবাটত উঠিলহি। সকলো আলিবাটৰে লক্ষ্যস্থল হ'ল মানুহৰ বাসস্থান।

"সু-প্ৰভাত"—তেওঁ কলে।

প্ৰস্ফুটিত গোলাপ ফুলেৰে জাতিস্কাৰ হৈ থকা এখন গোলাপ ফুলৰ বাগিচাৰ সমুখত তেওঁ থিয় হৈ আছিল।



"সু-প্ৰভাত"—গোলাপ ফুলবোৰে কলে।



অকণমানি কোঁৱৰে সিহঁতৰ ফালে ৰ লাগি চাই আছিল। সিহঁত গোটেইবোৰকে তেওঁৰ নিজৰ ফুলপাহৰ নিচিনা লাগিছিল।



"তোমালোক কোন?"—তধা লাগি তেওঁ ক'লে।

"আমি গোলাপ ফুল"—ফুলবোৰে ক'লে।

বিষাদেৰে তেওঁৰ মনটো ভৰি গ'ল। তেওঁৰ ফুলপাহে তেওঁক কৈছিল যে সমগ্ৰ বিশ্ব-জগতত তায়েই সেই ধৰণৰ একমাত্ৰ ফুল। কিন্তু ইয়াত, মাত্ৰ একেখন বাগিচাতে আছে পাঁচ হাজাৰ ফুল, আৰু দেখিবলৈ সকলো একে।

"যদি তাই দেখে যে"........তেওঁ নিজকে নিজে ক'লে—"তাইৰ নিশ্চয় খুব খং উঠিব। তাই ভয় লাগি যোৱাকৈ কাহিবলৈ ধৰিব, আৰু বিদ্ৰূপৰ পাত্ৰ হোৱাৰপৰা ৰক্ষা পৰিবৰ মনেৰে তাই মৰিবলৈ ধৰাৰ ভাও জুৰিব আৰু ময়ো এনেকুৱা ভাও জুৰিব লাগিব—যেন তাইৰ প্ৰাণ ৰক্ষা কৰিবৰ কাৰণে মই তাইক সেৱা-শুশ্ৰূষাহে কৰিব লগা হৈছে; আৰু মই যদি তাকেই নকৰো আৰু নিজে সৰু হৈ নেদেখুৱাওঁ, তাই হয়তো নিজকে মৰিবলৈকে এৰি দিব.......।"

তেওঁ সেই একেবোৰ কথাকে ভাবি থাকিবলৈ ধৰিলে: "মই ভাবিছিলো যে মই বৰ ধনী, এনেকুৱা এপাহ অদ্বিতীয় ফুল মোৰ বাহিৰে আন কাৰো নাই। কিন্তু মোৰ যি আছিল, সি হ'ল এপাহ

সাধাৰণ গোলাপ ফুল। এপাহ সাধাৰণ গোলাপ ফুল আৰু মোৰ আঁঠুৰ সমান ওখ তিনিটা আগ্নেয়গিৰি,— তাৰে এটা আকৌ খুব সম্ভৱ চিৰকালৰ কাৰণে মৃত........কেৱল সেইবোৰকে লৈ মই নিশ্চয় এজন ডাঙৰ ৰাজকোঁৱৰ বোলাব নোৱাৰোঁ........।”

তেওঁ ঘাঁহনিত বাগৰি পৰি কান্দিবলৈ ধৰিলে।

( ২১ )

এনে সময়তে শিয়ালটো আহি উপস্থিত হ'ল।

“সু-প্ৰভাত”—শিয়ালটোৱে কলে।





অকণমানি কোঁৱৰে ঘূৰি চাই কাকো নেদেখিলে যদিও নম্ৰভাৱে উত্তৰ দিলে ঃ “সু-প্ৰভাত।”

মাতটোৱে ক'লে ঃ “মই ঠিক এই আপেল গছজোপাৰ তলতে আছোঁ।”

“তুমি কোন?”—কথাষাৰ কৈয়েই অকণমানি কোঁৱৰে লগতে যোগ দিলে—‘তুমি দেখিবলৈ বৰ ধুনীয়া।”

‘মই এটা শিয়াল”—শিয়ালে ক'লে।

“মই বৰ অসুখী। আহাঁ, মোৰ লগত খেলাহি” —অকণমানি কোঁৱৰে প্ৰস্তাৱ কৰিলে।

“মই তোমাৰ লগত খেলিব নোৱাৰোঁ, কাৰণ মই পোহনীয়া নহয়” —শিয়ালে ক'লে।

“অ! তেন্তে মোক মাফ্ কৰিবা”—অকণমানি কোঁৱৰে ক'লে।

কিন্তু অলপ সময় চিন্তা কৰি তেওঁ আকৌ ক'লে ঃ “পোহনীয়া? তাৰ মানে কি?”

“তুমিতো ইয়াত নাথাকা”—শিয়ালে ক'লে—“তুমি কালৈ চাই আছা?”

“মই মানুহ দেখোনেকি বুলি চাই আছোঁ”—অকণমানি কোঁৱৰে ক'লে—“পোহনীয়া মানে কি?”

শিয়ালে ক'লে—“মানুহ!—তেওঁলোকৰ বন্দুক আছে আৰু তেওঁলোকে চিকাৰ কৰে। সেইটো বৰ বিৰক্তিদায়ক কথা। তেওঁলোকে কুকুৰাও পোহে। সেই কেইটাই হ'ল তেওঁলোকৰ একমাত্ৰ কাম। তুমি কুকুৰা বিচাৰিছানেকি?”

“নহয়”—অকণমানি কোঁৱৰে ক'লে—“মই বন্ধু বিচাৰিছোঁ। পোহনীয়া মানে কি?”

“ই এনে এটা কাম যাক কৰিবলৈ প্ৰায় সকলোৱেই খুব অৱহেলা কৰে।” শিয়ালে ক'লে। “ইয়াৰ অৰ্থ হ'ল সম্পৰ্ক স্থাপন কৰা।”

"সম্পৰ্ক স্থাপন কৰা ?"

"ঠিক সেইটোৱেই"—শিয়ালে ক'লে। "তুমি মোৰ কাৰণে আন হাজাৰ হাজাৰ ল'ৰাৰ নিচিনাই এটা অকণমানি ল'ৰা মাত্ৰ, তাতোকৈ আন বেছি একো নহয়। মোৰ কাৰণে তোমাৰ একো প্ৰয়োজন নাই। সেইদৰে তোমাৰো মোক একো প্ৰয়োজন নাই। তোমাৰ কাৰণেও আন হাজাৰ হাজাৰ শিয়ালতকৈ মই একো



বেছি নহয়। কিন্তু তুমি যদি মোক পোহ মনোৱা তেন্তে আমি ইজনে সিজনৰ প্ৰয়োজন অনুভৱ কৰিম। মোৰ কাৰণে তুমি হ'বা



পৃথিৱীত এটা অদ্বিতীয় বস্তু। তোমাৰ কাৰণে ময়ো হ'ম সমগ্ৰ পৃথিৱীৰ ভিতৰত এটা অদ্বিতীয় বস্তু......"

"মই কথাবোৰ বুজিবলৈ আৰম্ভ কৰিছোঁ"—অকণমানি কোঁৱৰে কলে। "এপাহ ফুল আছে........মই ভাবোঁ যে তাই মোক পোহ মনাইছিল........"

"সেইটো সম্ভৱ"—শিয়ালে ক'লে। পৃথিৱীত সকলো প্ৰকাৰৰ বস্তু দেখিবলৈ পোৱা যায়।"

"কিন্তু সেই ফুলপাহ পৃথিৱীত নাই"—অকণমানি কোঁৱৰে ক'লে।

শিয়ালটোক বিমূঢ় আৰু খুব কৌতূহলী যেন দেখা গ'ল।

"আন এটা গ্ৰহত ?"

"হয়।"

"সেই গ্ৰহত চিকাৰীও আছেনে ?"

"নাই।"

"বাহ, সেইটো বৰ মজাৰ কথা ! তাত কুকুৰা আছেনে ?"

"নাই।"

'একো বস্তুৱেই নিখুঁত আৰু সম্পূৰ্ণ নহয়"—শিয়ালটোৱে এটা হুমুনিয়াহ পেলালে।

কিন্তু সি আকৌ নিজৰ কথালৈ ঘূৰি আহিল।

"মোৰ জীৱনটো বৰ বৈচিত্ৰ্যহীন"—সি কলে। "মই কুকুৰা চিকাৰ কৰোঁ, মানুহে মোক চিকাৰ কৰে। সকলোবোৰ কুকুৰাই একে, আৰু সকলোবোৰ মানুহেই একে। তাৰ পৰিণামত মোৰ কিছু আমনি লাগি যায়। তুমি যদি মোক পোহ মনোৱা, তেন্তে যেন বেলিৰ এচেৰেঙা পোহৰে মোৰ জীৱনটো পোহৰাই তুলিব। তেতিয়া মই এনে এটা ভৰিৰ খোজৰ শব্দ শুনিবলৈ পাম— যিটো শব্দ আন সকলো ভৰিৰ খোজৰ শব্দতকৈ বেলেগ হ'ব। আনবোৰ ভৰিৰ খোজৰ শব্দই মোক মাটিৰ তলৰ গাঁতলৈ খেদি পঠিয়ায় ; কিন্তু তোমাৰ ভৰিৰ খোজে সংগীতৰ দৰে মোক গাঁতৰ

পৰা মাতিছে আনিব। আৰু চোৱা—তুমি দূৰৰ সেই শস্যৰ পথাৰখন দেখিছানে? মই ৰুটি নাখাওঁ মোৰ কাৰণে ঘেঁহুৰ কোনো দৰকাৰ নাই। ঘেঁহুৰ পথাৰৰ মোক কবলৈ একো কথা নাই। সেইটো বৰ দুখলগা কথা। কিন্তু তোমাৰ সোণ-বৰণীয়া চুলি আছে। তুমি যদি মোক পোহনীয়া কৰা তেন্তে সি কেনে চমৎকাৰ কথা হ'ব ভাবি চোৱাচোন! সোণ-বৰণীয়া ঘেঁহুবোৰে মোক তোমাৰ কথা মনত পেলাই দিব। ঘেঁহুৰ পথাৰত ঢৌ খেলাই যোৱা বতাহৰ শব্দ শুনিবলৈকো মোৰ খুব ভাল লাগিব।"

শিয়ালটোৱে অকণমানি কোঁৱৰৰ মুখলৈ বহুতপৰ চাই ৰ'ল।

"তুমি দয়া কৰি মোক পোহনীয়া কৰা"—সি ক'লে।

'ময়ো সেইটো খুব বিচাৰোঁ"—অকণমানি কোঁৱৰে উত্তৰ দিলে।

"কিন্তু মোৰ বেছি সময় নাই। মই নতুন নতুন বন্ধু আবিষ্কাৰ কৰিব লাগিব আৰু বহুত কথা বুজিব লাগিব।"

"পোহ মনালেহে মানুহে কথাবোৰ বুজিব পাৰে"—শিয়ালে ক'লে। "একো কথাকেই বুজিবলৈ মানুহৰ আৰু সময় নাই। তেওঁলোকে যিবোৰ বস্তু কিনে সেই সকলোবোৰেই দোকানত তৈয়াৰী হৈ থাকে। কিন্তু ক'তো এনে এখন দোকান নাই—য'ত মানুহে বন্ধুত্ব কিনিব পাৰে। সেই কাৰণে মানুহৰ নতুনকৈ আৰু বন্ধু নাই। তুমি যদি এজন বন্ধু বিচাৰা, তেন্তে মোক পোহনীয়া কৰা...."

"তোমাক পোহনীয়া কৰিবলৈ হ'লে মই কি কৰিব লাগিব?"
—অকণমানি কোঁৱৰে সুধিলে।

"তুমি খুব ধৈৰ্যশীল হ'ব লাগিব"--শিয়ালে উত্তৰ দিলে।

"প্ৰথমতে, তুমি ঠিক এতিয়া বহাৰ নিচিনাকৈ ঘাঁহনিত মোৰ-পৰা কিছু দূৰত বহিব লাগিব। মই চকুৰ কোণেৰে তোমালৈ চাই থাকিম, আৰু তুমি একো নকৈ মনে মনে থাকিবা। শব্দই হ'ল সকলো ভুল বুজা-বুজিৰ মূল। কিন্তু তুমি প্ৰত্যেক দিনেই মোৰ ওচৰলৈ অকণ অকণকৈ আগবাঢ়ি আহি থাকিবা......"



পিচ দিনাখন অকণমানি কোঁৱৰ ঘূৰি আহিল।

"তুমি ঠিক একে সময়তে ঘূৰি অহা হ'লে বেছি ভাল আছিল"—শিয়ালটোৱে ক'লে। "উদাহৰণ স্বৰূপে. তুমি যদি আবেলি চাৰি বজাত আহিলাহেঁতেন, তেন্তে মই তিনি বজাৰপৰাই সুখী হ'বলৈ আৰম্ভ কৰিলোহেঁতেন। সময় আগবাঢ়ি অহাৰ লগে লগে মই আগতকৈ বেছি সুখী হৈ গৈ থাকিম। চাৰি বজাৰ লগে লগে মই ইতিমধ্যেই তোমাৰ কথা ভাবি চিন্তিত হম আৰু অপিয়াবলৈ আৰম্ভ কৰিম। মই যে কিমান সুখী ঠিক তাকে মই তোমাক দেখুৱাম। কিন্তু তুমি যদি যি কোনো সময়তে আহিবলৈ লোৱা, তেন্তে ঠিক কোনটো সময়ত মোৰ মনটো তোমাক অভ্যৰ্থনা কৰিবলৈ প্ৰস্তুত হ'ব সেই কথা মই নাজানিমেই।.... শুদ্ধ আচাৰ-অনুস্থানবোৰ মানি চলাটো অতি দৰকাৰী কথা।"

"আচাৰ-অনুস্থান কি বস্তু?"—অকণমানি কোঁৱৰে সুধিলে।

"সেইবোৰো হ'ল এনে কাম—যিবোৰক প্ৰায়েই অৱহেলা কৰা হয়"—শিয়ালে ক'লে। "এই আচাৰ-অনুস্থানবোৰেই এটা দিনক আনটো দিনৰপৰা আৰু এটা ঘণ্টাক আনটো ঘণ্টাৰ-পৰা পৃথক কৰে। উদাহৰণ স্বৰূপে, মোৰ চিকাৰীবোৰৰ মাজত এটা আচাৰ আছে। প্ৰত্যেক বৃহস্পতিবাৰে তেওঁলোকে গাৱঁৰ ছোৱালীবোৰৰ লগত নাচে। সেই কাৰণে বৃহস্পতিবাৰটো মোৰ কাৰণে এটা অতি আনন্দৰ দিন। মই তেতিয়া আঙুৰ-বাগিচাখন পৰ্যন্ত খোজ কাঢ়ি যাব পাৰোঁ। কিন্তু চিকাৰীবোৰে যি কোনো দিনাই নাচিবলৈ লোৱা হ'লে ইটো দিনৰ লগত সিটো দিন একেই হ'লহেঁতেন আৰু ময়ো কোনোদিন ছুটি নাপালোহেঁতেন।"

গতিকে অকণমানি কোঁৱৰে শিয়ালক পোহনীয়া কৰিলে। তেওঁৰ যেতিয়া বিদায় লবৰ সময় হ'ল—

"অহ, মই এতিয়া কান্দিম"—শিয়ালে ক'লে।

"এইটো তোমাৰেই দোষ"—অকণমানি কোঁৱৰে ক'লে—'মই

তোমাৰ কোনো অপকাৰ হোৱাটো বিচৰা নাছিলোঁ ; তুমিহে বিচাৰিছিলা যে মই তোমাক পোহনীয়া কৰিব লাগে।"



"হয়, সেই কথা সচাঁ"—শিয়ালে ক'লে।

"কিন্তু এতিয়া তুমি কান্দিবলৈ ওলাইছা"—অকণমানি কোঁৱৰে কলে।

"হয়, সেই কথা সঁচা"– শিয়ালে ক'লে।

"তেন্তে তাৰ ফলত তোমাৰ একো উপকাৰ নহ'ল!"

"ঘেঁহু-পথাৰৰ বৰণটোৰ ফলত মোৰ উপকাৰেই হৈছে"—শিয়ালটোৱে ক'লে। তাৰ পিচত সি আকৌ যোগ দিলে:

"যোৱা আৰু গোলাপ ফুলবোৰ আকৌ চোৱাগৈ। তুমি এতিয়া বুজি পাবা যে সমগ্ৰ জগতৰ ভিতৰত তোমাৰ ফুলপাহৰ কোনো তুলনা নাই। তাৰ পিচত তুমি মোৰ পৰা বিদায় লবলৈ ঘূৰি আহিবা, আৰু মই তোমাক এটা গোপন ৰহস্য উপহাৰ দিম।"



গোলাপ ফুলবোৰ আকৌ এবাৰ চাবলৈ বুলি অকণমানি কোঁৱৰ নিজৰ বাটত গুচি গ'ল।

"তোমালোক একেবাৰেই মোৰ গোলাপ পাহৰ নিচিনা নোহোৱা" তেওঁ কলে। "এই পৰ্যন্ত তোমালোক একোৱেই নোহোৱা। কোনেও তোমালোকক পোহ মনোৱা নাই, আৰু তোমালোকেও কাকো পোহ মনোৱা নাই। মই প্ৰথম লগ পাবৰ সময়ত মোৰ শিয়ালটো যেনেকুৱা আছিল, তোমালোক ঠিক তেনেকুৱাই। আন হাজাৰ হাজাৰ শিয়ালৰ নিচিনা তেওঁ আছিল কেৱল এটা শিয়াল। কিন্তু মই তেওঁক মোৰ বন্ধু কৰিলোঁ, আৰু তেওঁ এতিয়া পৃথিৱীত এটা অদ্বিতীয় শিয়াল।"

গোলাপ ফুলবোৰ খুব অপ্ৰস্তুত হ'ল।

"তোমালোক ধুনীয়া, কিন্তু তোমালোকৰ ভিতৰত একো নাই"—তেওঁ কৈ গ'ল। "কোনেও তোমালোকৰ কাৰণে মৰিব নোৱাৰে। সঁচা কথা ক'বলৈ গ'লে এজন বাটৰুৱাই তোমালোকক দেখিলে ভাবিব যে মোৰ গোলাপ ফুলপাহো দেখিবলৈ ঠিক তোমালোকৰ নিচিনাই। কিন্তু কেৱল তাইৰ মাজত তাই তোমালোকৰ নিচিনা শ শ গোলাপ ফুলতকৈ বেছি মহত্বপূৰ্ণ; কাৰণ মই তাইক পানী দিছিলোঁ; কাৰণ তাইক মই আয়নাৰ গোলকৰ তলত ৰাখিছিলোঁ; কাৰণ মই তাইক পৰ্দাৰ আঁৰত আশ্ৰয় দি ৰাখিছিলোঁ; কাৰণ তাইৰ কাৰণেই মই পাত-খোৱা পলুটোক মাৰিছিলোঁ (অৱশ্যে তাৰে দুটামানক পখিলা হ'বৰ কাৰণে মই বছাই ৰাখিছিলোঁ); কাৰণ তাই যেতিয়া ভোৰ-ভোৰাইছিল, গৰ্ব কৰিছিল বা যেতিয়া তাই একো নকৈ মনে মনে আছিল—মই তেতিয়া তাইৰ কথা কাণ পাতি শুনিছিলোঁ। কাৰণ তাই আছিল মোৰ গোলাপ।"

তাৰ পিচত তেওঁ শিয়ালটোক লগ পাবলৈ ঘূৰি গ'ল।

"বিদায়"—তেওঁ ক'লে।

"বিদায়"—শিয়ালটোৱে ক'লে। "এতিয়া মই মোৰ গোপন কথাটো কওঁ শুনা, এটা অতি সৰল গোপন কথা ঃ মানুহে কেৱল নিজৰ হৃদয়েৰেহে যি কোনো কথা শুদ্ধকৈ দেখিব পাৰে ; আচল দৰকাৰী কথাবোৰ চকুৰে দেখা পোৱা নাযায়।"

"আচল দৰকাৰী কথাবোৰ চকুৰে দেখা পোৱা নাযায়"—কথাষাৰ যাতে সদায় মনত থাকে তাৰ কাৰণে অকণমানি কোঁৱৰে শিয়ালৰ কথাষাৰ নিজে এবাৰ দোহাৰিলে।

"যিখিনি সময় তুমি তোমাৰ গোলাপ পাহৰ কাৰণে অপচয় কৰা, সেই সময়খিনিয়েই গোলাপ পাহক এটা মহৎ বস্তু কৰি তোলে।"

কথাষাৰ যাতে সদায় মনত থাকে তাৰ কাৰণে অকণমানি কোঁৱৰে ক'লে ঃ "যিখিনি সময় মই মোৰ গোলাপ পাহৰ কাৰণে অপচয় কৰো ......"

"মানুহে এই সত্যটো পাহৰি গৈছে"—শিয়ালে ক'লে। "কিন্তু তুমি এই কথাষাৰ কেতিয়াও পাহৰি নাযাবা। যাক তুমি পোহনীয়া কৰিছা তাৰ কাৰণে চিৰকাল তোমাৰ দায়িত্ব থাকি যাব। তোমাৰ গোলাপ পাহৰ প্ৰতি তোমাৰ দায়িত্ব আছে ......"

কথাষাৰ যাতে সদায় মনত থাকে তাৰ কাৰণে অকণমানি কোঁৱৰে দোহাৰিলে : "মোৰ গোলাপ পাহৰ প্ৰতি মোৰ দায়িত্ব আছে।"

( ২২ )

"সু-প্ৰভাত"— অকণমানি কোঁৱৰে ক'লে।

"সু-প্ৰভাত"— ৰেলৰ চুইচ্‌মেন্‌জনে ক'লে।

"আপুনি ইয়াত কি কৰে?"— অকণমানি কোঁৱৰে সুধিলে।



"মই হাজাৰৰ একোটা জাপত যাত্ৰীসকলক ভাগ কৰো।"—চুইচ্‌মেন্‌জনে কলে। "যাত্ৰীবোৰ কঢ়িয়াই নিয়া ট্ৰেইনবোৰক ময়ে এবাৰ সোঁ-ফালে এবাৰ বাওঁ-ফালে যাবলৈ নিৰ্দেশ দিওঁ।"

বজ্ৰৰ দৰে গৰ্জন কৰি কাষেদি পাৰ হৈ যোৱা আৰু উজ্জ্বল পোহৰ থকা এখন ৰেল-গাড়ীয়ে চুইচ্‌মেনৰ কেবিনটো কঁপাই তুলিলে।

"সিহঁতৰ বৰ লৰা-ঢপৰা লাগিছে"—অকণমানি কোঁৱৰে ক'লে—"সিহঁতে কি বিচাৰি যাবলৈ ওলাইছে?"

"আনকি ৰেল-গাড়ীৰ ইঞ্জিনিয়াৰেও সেই কথা নাজানে"—চুইচ্‌মেনে ক'লে।

বিপৰীত ফালৰপৰা উজ্জ্বল পোহৰৰ দ্বিতীয় এখন গাড়ী গৰ্জন কৰি কৰি আহিল।

"সিহঁত ইতিমধ্যেই ঘূৰি আহিলনেকি?" —অকণমানি কোঁৱৰে সুধিলে।

চুইচ্‌মেনে ক'লে ঃ "এই দুয়োখন একে গাড়ী নহয়। সিহঁতে ঠাই সলাইছে।"

"সিহঁত য'ত আছিল তাতেই সিহঁত সন্তুষ্ট নহয় নেকি?" —অকণমানি কোঁৱৰে সুধিলে।

"নিজৰ থকা ঠাইতে থাকি কোনোৱেই সন্তুষ্ট নহয়"—চুইচ্‌মেনে কলে।

এনেতে তেওঁলোকে উজ্জ্বল পোহৰৰ তৃতীয় এখন গাড়ীৰ গৰ্জন শুনিবলৈ পালে।

"এওঁলোকে প্ৰথমখন গাড়ীৰ যাত্ৰীসকলক পিচে পিচে খেদি ফুৰিছেনেকি?"—অকণমানি কোঁৱৰে সুধিলে।

"তেওঁলোকে কাকো খেদি ফুৰা নাই"—চুইচ্‌মেনে কলে। "তেওঁলোক সকলো শুই আছে; যদি শুই থকা নাই, তেন্তে তেওঁলোকে হামিয়াই আছে। কেৱল ল'ৰা-ছোৱালীবোৰেহে

খিৰিকীৰ আয়নাত মুখ ভেজা দি নাকবোৰ চেপেটা কৰি পেলাইছে।"

"কেৱল ল'ৰা-ছোৱালীবোৰেহে সিহঁতে কি বিচাৰিছে সেই কথা ভালকৈ জানে"—অকণমানি কোঁৱৰে কলে। ফটা-কানিৰ পুতলা এটাতে লাগি সিহঁতে বহুত সময় অপচয় কৰে, আৰু সিহঁতৰ কাৰণে সিয়েই অতি ডাঙৰ বস্তু হৈ পৰে। কোনোবাই যদি পুতলাটো কাঢ়ি লৈ যায়, সিহঁতে তেতিয়া কান্দিবলৈ ধৰে......"

"সিহঁত ভাগ্যবান"--চুইচ্ মেনে কলে।

( ২৩ )

"সু-প্ৰভাত"—অকণমানি কোঁৱৰে ক'লে।

"সু-প্ৰভাত"—সদাগৰজনে ক'লে।

মানুহৰ পিয়াহ পলুৱাবৰ কাৰণে এবিধ বড়ি আবিষ্কৃত হৈছে। এনেকুৱা এটা বড়ি সপ্তাহত এবাৰ খালেই পিয়াহৰ কথা আৰু মনলৈকে নাহে। এই সদাগৰজনে এনেকুৱা বড়ি বিক্ৰী কৰে।

"আপুনি সেইবোৰ কিয় বিক্ৰী কৰিছে ?" —অকণমানি কোঁৱৰে সুধিলে।

"কাৰণ সিহঁতে বহুত সময় বচায়"—সদাগৰে উত্তৰ দিলে। "বিশেষজ্ঞসকলে তাৰ হিচাব উলিয়াইছে। এই বড়ি খাই তুমি সপ্তাহত ৫৩ মিনিট ৰাহি কৰিব পাৰা।"

"সেই ৫৩ মিনিটেৰে আপুনি কি কৰে ?"

"তোমাৰ যিহকে খুচি।"

অকণমানি কোঁৱৰে নিজকে নিজে ক'লেঃ "মোৰ নিজৰ কথা কবলৈ হ'লে, যেনেকৈ ইচ্ছা তেনেকৈ খৰচ কৰিবলৈ মোৰ হাতত যদি ৫৩ মিনিট সময় থাকে, তেন্তে পানী খাবৰ কাৰণে মই লাহে-ধীৰে এটা নিৰ্মল পানীৰ উহলৈকে যাম।"





মৰুভূমিত মোৰ দুৰ্ঘটনা হোৱা আজি আঁঠদিন হ'ল, আৰু মোৰ সাঁচতীয়া পানীৰ শেষ টোপালটো পৰ্যন্ত খাই খাই মই সদাগৰজনৰ গল্পটো শুনি আছোঁ।

"হয়"—অকণমানি কোঁৱৰক কলোঁ—"তোমাৰ এই সোঁৱৰণীবোৰ বৰ মধুৰ ; কিন্তু মই মোৰ আকাশী-জাহাজখন এতিয়াও মেৰামতি কৰিব পৰা নাই ; পিয়াহ লাগিলে খাবলৈকো আৰু মোৰ পানী নাই ; ধীৰে-সুস্থিৰে এটা নিৰ্মল পানীৰ উহলৈ যাব পাৰিলে ময়ো নিশ্চয় খুব সুখী হলোহেঁতেন !"

"মোৰ বন্ধু শিয়ালটো"—অকণমানি কোঁৱৰে মোক ক'লে।

"হৈৰা মোৰ অকণমানি মানুহজন, মোৰ এই সমস্যাটো এনে

এটা বিষয় হৈ থকা নাই যে শিয়ালৰ লগত তাৰ কিবা সম্পৰ্ক আছে।”

“কিয় নাই ?”

“কাৰণ পিয়াহত মই মৰিবলৈ ওলাইছোঁ..........”

তেওঁ মোৰ যুক্তি বুজি নাপালে, আৰু উত্তৰত তেওঁ মোক কলে : “এজন বন্ধু থকাটো খুব ভাল কথা। আনকি মৰিবৰ সময়তো। উদাহৰণ স্বৰূপে, এইটো মোৰ কাৰণে বৰ আনন্দৰ কথা যে শিয়ালক মই বন্ধু হিচাপে পাইছোঁ ...”

“বিপদটো অনুমান কৰিবৰ জোখাৰে তেওঁৰ শক্তি নাই” —মই নিজকে নিজে কলো। “জীৱনত ভোক বা পিয়াহৰ লগত তেওঁৰ কোনো পৰিচয় নাই। তেওঁৰ একমাত্ৰ প্ৰয়োজন হ'ল অকণমান বেলিৰ পোহৰ......”

মোৰ ফালে একেৰাহে চাই থাকি তেওঁ মোৰ মনৰ ভাব বুজি ক'লে :

“মোৰ বৰ পিয়াহ লাগিছে। আমি এটা কুৱা বিচাৰোঁ বলা।”

মই এটা ভাগৰৰ ভংগী কৰিলোঁ। বিশাল মৰুভূমিৰ মাজত য'তে-ত'তে এটা কুৱা বিচাৰি ফুৰাটো বৰ অদ্ভুত কথা হ'ব ; কিন্তু তথাপি আমি খোজ কাঢ়িবলৈ আৰম্ভ কৰিলোঁ।

আমি নীৰৱে কেইবাঘণ্টা ধৰি খোজ কঢ়াৰ পিচত আন্ধাৰ নামিল আৰু তৰাবোৰ ওলাই আহিবলৈ আৰম্ভ কৰিলে। পিয়াহতে মোৰ জ্বৰ উঠা যেন লাগিছিল আৰু মই তৰাবোৰলৈ এনেভাৱে চাব ধৰিলোঁ—যেন মই সপোনহে দেখিছোঁ। অকণমানি কোঁৱৰৰ শেষৰ কথাকেইটা আকৌ মোৰ মনত পৰিল।

“তেন্তে তোমাৰো পিয়াহ লাগিছে ?”—মই সুধিলোঁ।

কিন্তু তেওঁ মোৰ প্ৰশ্নৰ একো উত্তৰ নিদিলে। তেওঁ কেৱল মোক ক'লে : “পানীয়ে হৃদয়ৰো উপকাৰ কৰিব পাৰে।”

মই তেওঁৰ এই উত্তৰটো বুজি নাপালো, কিন্তু মই একো



নকলোঁ। মই ভালকৈয়ে জানিছিলোঁ যে তেওঁক জেৰা কৰাটো অসম্ভৱ।

তেওঁৰ ভাগৰ লাগিছিল। তেওঁ বহি পৰিল। ময়ো তেওঁৰ কাষতে বহি পৰিলোঁ। কিছু সময় নীৰৱ হৈ থাকি তেওঁ আকৌ ক'লে :

“যিপাহ ফুলক দেখা পাব নোৱাৰি সেই ফুলপাহৰ কাৰণেই তৰাবোৰ সুন্দৰ।”

মই উত্তৰ দিলোঁ—“হয়, সেই কথা সঁচা।” তাৰ পিচত আৰু একো নকৈ মই আমাৰ সমুখত জোনাকত জিলমিলাই থকা বালিৰ ঢিপবোৰৰ সিপাৰলৈ চাই পঠালোঁ।

“মৰুভূমিখন সুন্দৰ”—অকণমানি কোঁৱৰে আগৰ কথাৰ লগতে যোগ দিলে।

সেই কথাও সঁচা। মই সদায় মৰুভূমি ভাল পাইছিলোঁ। মৰুভূমিৰ বালিৰ ঢিপত বহি থাকিলে একো দেখা নাযায়, একো শুনা নাযায় ; কিন্তু সেই নীৰৱতাৰ মাজতেই যেন কিবা এটা স্পন্দিত হৈ উঠে, কিবা এটা জিকমিকাই উঠে.........

“যিটো বস্তুৱে মৰুভূমিক সুন্দৰ কৰি তোলে”—অকণমানি কোঁৱৰে ক'লে—“সেইটো হ'ল এই যে মৰুভূমিয়ে কোনোবা এখিনিত এটা কুৱা লুকুৱাই ৰাখিছে...”

মৰুভূমিৰ সেই ৰহস্যময় বিকিৰণৰ অৰ্থটো হঠাতে বুজি পাই মই আচৰিত হৈ উঠিলোঁ। মই যেতিয়া সৰু হৈ আছিলোঁ, মই তেতিয়া এটা পুৰণি ঘৰত বাস কৰিছিলোঁ ; কিম্বদন্তীৰ-পৰা জানিব পাৰিছিলোঁ যে সেই ঘৰটোৰ তলত এটা ধনৰ ভঁৰাল পুতি থোৱা আছিল। সঁচা কথা ক'বলৈ গ'লে সেই ধনৰ ভঁৰাল কেনেকৈ বিচাৰি উলিয়াব লাগে সেই কথা কোনেও জনা নাছিল। সম্ভৱতঃ কোনেও সেইটো বিচৰাও নাছিল। কিন্তু ই ঘৰটোৰ ওপৰত মায়া-জাল বিস্তাৰ কৰি ৰাখিছিল।

মোৰ ঘৰটোৱে তাৰ গভীৰ তলীত এটা ৰহস্য গোপন কৰি ৰাখিছিল··· ।

"হয়", —মই অকণমানি কোঁৱৰক কলোঁ : "ঘৰ, তৰা, মৰুভূমি—যিটো বস্তুৱে এই বস্তুবোৰক সুন্দৰ কৰি তোলে, তাক চকুৰে দেখা নাযায় !"

অকণমানি কোঁৱৰে ক'লে : "তুমি যে মোৰ শিয়ালটোৰ লগত একমত হৈছা, সেই কথা জানি মই বৰ সুখী হৈছোঁ ।"

অকণমানি কোঁৱৰ টোপনিত ঢলি পৰিল । মই তেওঁক কোলাত লৈ আকৌ খোজ কাঢ়িবলৈ ধৰিলোঁ । কিবা এটা আবেগে মোৰ অন্তৰখন গভীৰভাৱে জোকাৰি গ'ল । মোৰ অনুভৱ হ'ল যে মই যেন এটা অতি আলফুলীয়া আৰু সুকোমল অমূল্য সম্পদ কঢ়িয়াই লৈ ফুৰিছোঁ । মোৰ এইটোও অনুভৱ হ'ল যে ইয়াতকৈ বেছি আলফুলীয়া বস্তু পৃথিৱীত আৰু আন একোৱেই নাই । জোনৰ পোহৰত মই তেওঁৰ শেতা কপালখন, মুদখাই থকা চকুহাল আৰু বতাহত উৰি থকা চুলিখিনিলৈ চালোঁ আৰু মই নিজকে কলো : "মই এতিয়া যিটো বস্তু দেখিছোঁ সি এটা খোলাৰ বাহিৰে আন একো নহয় ; আটাইতকৈ মূল্যবান বস্তুটো চকুৰে দেখা নাযায়···"

এটা হাঁহিৰ আভাষৰ দৰে তেওঁৰ ওঠ দুটা সামান্য মেল খালে ; মই তেতিয়া আকৌ নিজকে কলো : "মোৰ কোলাত শুই থকা এই অকণমানি ৰাজকোঁৱৰৰ যিটো কথাই মোৰ মনক খুব জোকাৰি দিছে, সেইটো হ'ল এপাহ ফুলৰ প্ৰতি তেওঁৰ আনুগত্য ; আনকি তেওঁ শুই থকা অৱস্থাতো এপাহ গোলাপ ফুলৰ প্ৰতিচ্ছবিয়ে এগছ বন্তিৰ শিখাৰ দৰে তেওঁৰ সমগ্ৰ সত্তাকে পোহৰাই ৰাখিছে ।"······তেওঁক আগতকৈয়ো বেছি আলফুলীয়া বুলি মোৰ অনুভৱ হ'ল । তেওঁ নিজেই যেন বন্তিৰ এটা শিখা, বতাহৰ সামান্য এটা কঁপনিয়েই সেই শিখাক নুমুৱাই পেলাব পাৰে, তেওঁক ৰক্ষা কৰাৰ প্ৰয়োজন মই অনুভৱ কৰিলো ।



তাৰ পিচত খোজ কাঢ়ি গৈ গৈ ৰাতিপুৱাৰ পৰত মই কুৱাটো বিচাৰি পালো ।

( ২৫ )

"মানুহে ৰেল-গাড়ীত ভ্ৰমণ কৰে"—অকণমানি কোঁৱৰে কলে—"কিন্তু তেওঁলোকে কি বিচাৰিছে সেইকথা তেওঁলোকে নাজানে তেওঁলোকে ব্যস্ত হৈ লৰা-ঢপৰা কৰে, উত্তেজিত হয়, পাক-ঘূৰণি খোৱাৰ দৰে ঘূৰিয়েই থাকে, ঘূৰিয়েই থাকে·······"

তাৰ পিচত তেওঁ আগৰ কথাৰ লগত যোগ দি ক'লে : "এই পৰিশ্ৰমৰ কোনো অৰ্থ নাই ।"

আমি যিটো কুৱাৰ পাৰত আহি উপস্থিত হ'লোঁ, সি চাহাৰাৰ কুৱাবোৰৰ নিচিনা নহয় । চাহাৰাৰ কুৱাবোৰ হ'ল বালিত খন্দা সামান্য একোটা বিন্ধা মাত্ৰ । আমি বিচাৰি পোৱা এই কুৱাটো এটা গাৱঁৰ কুৱাৰ নিচিনা । কিন্তু ওচৰত কোনো গাওঁ-ভূই নাছিল, সেইকাৰণে মই ভাবিলোঁ যে মই নিশ্চয় সপোন দেখিছোঁ····

"এইটো বৰ আচৰিত কথা"—মই অকণমানি কোঁৱৰক কলোঁ—"পুলি, বাল্টি, ৰছী—প্ৰত্যেকটো বস্তুৱেই দেখোন ব্যৱহাৰৰ কাৰণে সাজু হৈয়েই আছে······"

তেওঁ হাঁহি এটা মাৰিলে আৰু ৰছীডালত ধৰি পুলিটো টানিবলৈ ধৰিলে । বহুদিন ব্যৱহাৰ নোহোৱা যন্ত্ৰ এটাৰ দৰে পুলিটোৱে কেৰ্ কেৰাই উঠিল ।

"তুমি শুনিছানে ?"—অকণমানি কোঁৱৰে ক'লে—"আমি কুৱাটোক জগাই দিলোঁ, আৰু ই এতিয়া গান গাবলৈ ধৰিছে····"

ৰছীডাল টানি টানি তেওঁৰ ভাগৰ লাগক—মই সেইটো বিচৰা নাছিলোঁ ।

"ৰছীডাল মোক দিয়া । তোমাৰ কাৰণে ই খুব গধুৰ"—মই তেওঁক কলোঁ ।

মই লাহে লাহে বাল্টিটো টানি কুৱাৰ পাৰলৈ তুলিলোঁ আৰু তাতে অলপ সময় ৰাখিলোঁ। মোৰ ভাগৰ লাগিছিল, কিন্তু কৃতকাৰ্যতাৰ কাৰণে মই মনতে সুখো অনুভৱ কৰিছিলো। পুলিটোৰ গান তেতিয়াও মোৰ কাণত বাজি আছিল আৰু কঁপি থকা পানীখিনিত মই বেলিৰ পোহৰৰ জিল্‌মিলনি দেখা পাইছিলোঁ।

"মই এই পানীখিনিৰ কাৰণে খুব পিয়াহ অনুভৱ কৰিছো"— অকণমানি কোঁৱৰে ক'লে— "মোক অলপ পানী খাবলৈ দিয়া।"

তেওঁ কি বিচাৰিছে মই সেই কথা বুজি পালোঁ।

মই বাল্টিটো তেওঁৰ ওঠৰ কাষলৈ দাঙি ধৰিলোঁ। চকু মুদি তেওঁ পানী খাবলৈ ধৰিলে। ই আছিল উৎসৱৰ পানীয়ৰ দৰেই সুমিষ্ট। সাধাৰণ পানীতকৈ এই পানীখিনি নিশ্চয় বেলেগ আছিল। তৰাৰ তলত খোজ কঢ়া, পুলিৰ গান, মোৰ বাহুৰ পৰিশ্ৰম— এই সকলো মিলি পানীখিনিক নিশ্চয় মিঠা কৰি তুলিছিল। এই উপহাৰৰ দৰেই ই আছিল হৃদয়ৰ কাৰণে আনন্দদায়ক। মই যেতিয়া এটা সৰু ল'ৰা আছিলোঁ, তেতিয়া খৃষ্টমাছ গছৰ চাকিবোৰ, মাজ-ৰাতিৰ সমবেত প্ৰাৰ্থনা-সংগীত, হাঁহি-থকা মুখৰ কোমলতা— এই সকলো মিলি মোৰ উপহাৰবোৰৰ জেউতি বঢ়াই তুলিছিল।

"তুমি য'ত থাকা, তাত মানুহবোৰে একেখন বাগিচাতে পাঁচহাজাৰ গোলাপ ফুল সৃষ্টি কৰে; কিন্তু তাৰ মাজতো তেওঁলোকে যি বিচাৰে সেই বস্তুটো বিচাৰি নাপায়"— অকণমানি কোঁৱৰে কলে।

"তেওঁলোকে বিচাৰি নাপায়"—মই উত্তৰ দিলোঁ।

"অথচ তেওঁলোকে বিচৰা বস্তুটো মাত্ৰ এপাহ গোলাপ ফুলতে বা অলপমান মাত্ৰ পানীতে পোৱা যাব পাৰে।"

"হয়, সেই কথা সঁচা"—মই কলোঁ।

অকণমানি কোঁৱৰে আকৌ যোগ দিলে:



"কিন্তু চকুবোৰ হ'ল কণা। মানুহে কেৱল হৃদয়েৰেহে চোৱা উচিত।"

মই পানী খালোঁ। মই আৰামত উশাহ ললোঁ। বেলি মাৰ যাবৰ সময়ত বালিবোৰে মৌ-জোলৰ বৰণ ধৰিলে। মৌ-জোলৰ বৰণেও মোক সুখী কৰি তুলিলে। তেন্তে কিহৰ কাৰণে মোৰ মনত এই বিষাদৰ ভাবৰ উদয় হৈছে?

অকণমানি কোঁৱৰে আকৌ এবাৰ মোৰ কাষতে বহি কোমল মাতেৰে ক'লে: "তুমি তোমাৰ প্ৰতিশ্ৰুতি ৰাখিবই লাগিব।"

"কি প্ৰতিশ্ৰুতি?"

"তুমি নিশ্চয় জানা— মোৰ ভেৰাজনীৰ মুখত এটা সোপা.... মোৰ ফুলপাহক মই ৰক্ষা কৰিবই লাগিব।"

মই জেপৰপৰা মোৰ ছবিবোৰৰ খচৰাবোৰ উলিয়াই ললোঁ। অকণমানি কোঁৱৰে সেইবোৰ ঘূৰাই-পকাই চালে আৰু হাঁহি হাঁহি মোক ক'লে:

"তোমাৰ বাওবাৱবোৰ—সেইবোৰ দেখোন দেখিবলৈ বন্ধা-কবিৰ নিচিনা হৈছে।"

"অ!"

মোৰ বাওবাৱবোৰক লৈ মই বৰ গৰ্ব অনুভৱ কৰি আছিলো।

"তোমাৰ শিয়ালটোৰ কাণ দুখনো শিঙৰ নিচিনা দেখাইছে; তদুপৰি সেই দুখন বৰ দীঘল হৈছে।"

তেওঁ আকৌ হাঁহিলে।

"তুমি কিন্তু ন্যায়-বিচাৰ কৰা নাই, অকণমানি কোঁৱৰ"—মই কলো। "অজগৰ সাপক ভিতৰৰপৰা আৰু বাহিৰৰপৰা কেনেকৈ আঁকিব লাগে, তাৰ বাহিৰে মই আন একো আঁকিব নাজানো।"

"তেওঁ ৰছীডাল ধৰি পুলিটো টানিবলৈ ধৰিলে।"

"সেইটো বাৰু ঠিক হ'ব"— তেওঁ ক'লে—"ল'ৰা-ছোৱালীবোৰে বুজি পায়।"

মই তেতিয়া পেন্‌চিলেৰে এটা সোপাৰ ছবি আঁকিলো। মই যেতিয়া ছবিখন তেওঁক দিলো, মোৰ হৃদয়খন ভাগি গ'ল।



"তোমাৰ এনেকুৱা আঁচনি আছে—যিবোৰ বিষয়ে মই একো নাজানো"—মই ক'লো।

কিন্তু তেওঁ মোৰ কথাৰ একো উত্তৰ নিদিলে। তাৰ পৰিবৰ্ত্তে তেওঁ মোক ক'লে :

"তুমি জানানে—মই পৃথিৱীলৈ নামি অহাৰ কালিলৈ এবছৰ পূৰ হ'ব।"

অলপ সময় মনে মনে থাকি তেওঁ আকৌ ক'লে :



"মই ইয়াৰ একেবাৰে ওচৰতে নামি পৰিছিলোঁ।"

তেওঁৰ মুখখন ৰঙা পৰি উঠিল।

আকৌ এবাৰ মই এটা অবুজ বিষাদ অনুভৱ কৰিলোঁ। অৱশেষে মোৰ মনত এটা প্ৰশ্ন খেলালে :

"এসপ্তাহৰ আগতে সেইদিনা ৰাতিপুৱা মই যেতিয়া প্ৰথম তোমাক লগ পাইছিলোঁ আৰু মানুহৰ বাসস্থানৰপৰা এহেজাৰ মাইল দূৰত তুমি ঠিক এইদৰে অকলে ঘূৰি ফুৰিছিলা— সেইটো তেন্তে আকস্মিক ঘটনা নাছিল? তুমি য'ত প্ৰথমে আহি নামিছিলা, ঠিক সেই ঠাইলৈকে তুমি পুনৰ উভতিবলৈ আৰম্ভ কৰিছিলা?

অকণমানি কোঁৱৰৰ মুখখন আকৌ ৰঙা পৰি উঠিল।

অলপ সংকোচ কৰি মই আকৌ কলো :

"তুমি পৃথিৱীলৈ অহাৰ এবছৰ পূৰ্ণ হ'ল; সেই কাৰণেই বোধহয় তুমি ঘূৰি যাবলৈ ওলাইছিলা।

অকণমানি কোঁৱৰৰ মুখখন আকৌ এবাৰ উজ্জ্বল হৈ উঠিল। তেওঁ কোনো এটা প্ৰশ্নৰেই উত্তৰ নিদিয়ে, – কিন্তু মুখখন উজ্জ্বল হোৱা কথাটোৱে জানো ইয়াৰেই ইংগিত নিদিয়ে যে তেওঁ মোৰ প্ৰশ্নটোৰ উত্তৰ 'হয়' বুলি জনাইছে?

"মোৰ অলপ ভয় লাগিছে"—মই তেওঁক কলোঁ।

কিন্তু তেওঁ মোক মাজতে বাধা দিলে।

"এতিয়া তুমি এটা কাম কৰিব লাগিব। তুমি তোমাৰ ইঞ্জিনৰ ওচৰলৈ ঘূৰি যাব লাগিব। মই ইয়াতে তোমাৰ কাৰণে ৰৈ থাকিম। কালিলৈ ৰাতিপুৱা ঘূৰি আহিবা।"

কিন্তু মোৰ ভয় নাভাগিল। শিয়ালটোৰ কথা মোৰ মনত পৰিল। যি নিজকে আনৰ পোহনীয়া হবলৈ এৰি দিয়ে, তেওঁ অলপ নকন্দাকৈ কেতিয়াও থাকিব নোৱাৰে...........

( ২৬ )

কুৱাটোৰ কাষতে এখন পুৰণি শিলৰ দেৱালৰ ভগ্নাৱশেষ

আছিল। পিচদিনা ৰাতিপুৱা মই যেতিয়া কামৰপৰা ঘূৰি আহিলোঁ, মই কিছু দূৰৰপৰাই দেখিলোঁ যে অকণমানি কোঁৱৰে ভৰি দুটা ওলোমাই সেই দেৱালখনৰ ওপৰত বহি আছে। মই তেওঁক কোৱা শুনিলোঁ:

"তেন্তে তোমাৰ মনত নাই। এইডোখৰ ঠিক আচল ঠাইডোখৰ নহয়।"

আন এটা মাতে নিশ্চয় তেওঁৰ কথাৰ উত্তৰ দিছিল, কাৰণ মই তেওঁক পুনৰ উত্তৰ দিয়া শুনিলোঁ:

"হয়, হয় দিনটো ঠিকেই আছে, কিন্তু ঠাইডোখৰহে সেই ঠাই নহয়।"

মই বেৰৰ ফালে খোজ কাঢ়ি আগ বাঢ়িবলৈ ধৰিলোঁ। মই এবাৰৰ কাৰণেও কাকো দেখা নাপালোঁ, কাৰো মাতো নুশুনিলোঁ। অকণমানি কোঁৱৰে অৱশ্যে আৰু এবাৰ কাৰোবাৰ কথাৰ উত্তৰ দি ক'লে:

"ঠিক্, ঠিক্। বালিত কোনখিনিৰপৰা মোৰ ভৰিৰ খোজ আৰম্ভ হৈছে তুমি দেখিবা। তুমি আন একো কৰিব নালাগে, কেৱল মোৰ কাৰণে ৰৈ থাকিবা। আজি ৰাতিয়েই মই সেইখিনি গৈ পামগৈ।"

দেৱালখনৰপৰা মই মাত্ৰ বিশ গজ দূৰত আছিলোঁ, তথাপি মই একো দেখা নাপালোঁ।

অলপ সময় মনে মনে থাকি অকণমানি কোঁৱৰে আকৌ ক'লে:

"তোমাৰ ভাল বিষ আছে? তুমি নিশ্চিত যে ই মোক বেছি সময় কষ্ট নিদিব?"

মই খোজ কঢ়াৰ মাজতে থমকি ৰৈ গ'লোঁ, মোৰ হৃদয়খন চিৰাচিৰ্ হৈ গ'ল; কিন্তু তেতিয়াও মই একো বুজি নাপালোঁ।

"এতিয়া তুমি যোৱা"—অকণমানি কোঁৱৰে ক'লে—"মই দেৱালখনৰপৰা নামিব খোজোঁ।"





"এতিয়া তুমি যোৱা—মই দেৱালখনৰপৰা নামিব খোজো"

মই তেতিয়া বেৰখনৰ নামিনিলৈ চাই পঠিয়ালোঁ, আৰু লগে লগে মই শূন্যলৈ জাপ মাৰি উঠিলোঁ। ঠিক মোৰ সমুখতে অকণমানি কোঁৱৰৰফালে মুখ কৰি এটা হালধীয়া সাপ, জীৱনৰ অন্ত পেলাবলৈ তাক মাত্ৰ ত্ৰিশ চেকেণ্ড সময় লাগে। মোৰ ৰিভল্ভাৰটো উলিয়াবলৈ জেপত হাত ভৰায়ো মই আকৌ দুখোজমান পিচলৈ গ'লোঁ। কিন্তু মই কৰা শব্দ শুনি বালিত শুকাই যোৱা এসোতা পানীৰ দৰে সাপটোৱে স্বচ্ছন্দ গতিৰে বালিৰ ওপৰেদি বগুৱা বাই গুছি গ'ল; সি অকণো লৰা-ধপৰাও নলগালে; এটা মৃদু ধাতৱ শব্দ কৰি অলপ সময়ৰ পিচত সি শিলগুটিৰ মাজত অদৃশ্য হৈ গ'ল।

মোৰ অকণমানি মানুহটোক দুই বাহুৰ মাজত সাৱতি লবলৈ মই ঠিক সময়তে দেৱালখনৰ ওচৰ পালোঁগৈ; তেওঁৰ মুখখন বৰফৰ দৰে বগা হৈ পৰিছিল।

"এইবোৰৰ অৰ্থ কি ?"—মই তেওঁক সুধিলোঁ।—"তুমি সাপটোৰ লগত কি কথা পাতিছিলা ?"

তেওঁ সদায় ডিঙিত পিন্ধি থকা সোণালী গলা-বন্ধখন মই ঢিলা কৰি দিলোঁ। মই তেওঁৰ কুম্ দুটা পানীৰে তিয়াই দিলো, আৰু তেওঁক অলপ পানী খাবলৈ দিলোঁ। তেওঁক আৰু একো প্ৰশ্ন সুধিবলৈ মোৰ সাহস নহ'ল। তেওঁ খুব গম্ভীৰভাৱেৰে মোৰফালে চালে, আৰু দুইখন হাতেৰে মোৰ ডিঙিত সাৱতি ধৰিলে। মোৰ অনুভৱ হ'ল—কোনোবাই ৰাইফলেৰে গুলী বিদ্ধ কৰা মৰিব ধৰা চৰাই এটাৰ হৃৎপিণ্ডৰ দৰে তেওঁৰ হৃৎপিণ্ডটোৱেও যেন ধৰ্ফৰাই উঠিছে।

"তুমিযে তোমাৰ ইঞ্জিনৰ গণ্ডগোলটো ধৰা পেলাব পাৰিলা, সেই কথা জানি মোৰ খুব ভাল লাগিছে। এতিয়া তুমি ঘৰলৈ ঘূৰি যাব পাৰা—"

"তুমি সেই কথা কেনেকৈ জানিলা ?"

মই সেই মাত্ৰ তেওঁক ক'বলৈ আহিছিলোঁ যে আশা কৰাতকৈয়ো বেছিকৈহে মই মোৰ কামত কৃতকাৰ্য হৈছোঁ।

মোৰ প্ৰশ্নৰ উত্তৰ নিদি তেওঁ ক'লে :

"ময়ো আজি ঘৰলৈ ঘূৰি যাম..........."

তাৰ পিচত তেওঁ আকৌ বিষণ্ণ মাতেৰে ক'লে :

"এইবাৰ আৰু দূৰণিৰ বাট........আৰু বেছি কষ্টৰ বাট...."

মই পৰিষ্কাৰকৈ বুজি পালো যে কিবা এটা অসাধাৰণ ঘটনা ঘটিব ধৰিছে তেওঁ যেন এটা অকণমানি কেছুৱা—এনেভাৱে মই তেওঁক বুকুত জোৰকৈ হেঁচি ধৰিলোঁ। কিন্তু তথাপি মোৰ ধাৰণা হ'ল—তেওঁ যেন প্ৰাণটাকি এটা অন্ধকাৰ গহ্বৰৰ ফালে ধাপলি মেলিছে ; তেওঁক বাধা দিবলৈ মোৰ সাধ্য নাই।

তেওঁক অতিশয় গম্ভীৰ দেখাইছিল। যেন তেওঁ বহু দূৰত হেৰাই গৈছে।



"তোমাৰ ভেৰাজনী মোৰ আছে। ভেৰাজনীৰ বাকচটোও মোৰ আছে। আৰু সোপাটোও আছে..........."

তেওঁ মোৰফালে চাই এটা বিষণ্ণ হাঁহি মাৰিলে।

মই বহুত সময় অপেক্ষা কৰিলোঁ। মই দেখিবলৈ পালোঁ যে অকণ অকণকৈ তেওঁৰ প্ৰাণ ঘূৰি আহিছে।

"মোৰ মৰমৰ অকণমানি মানুহটো"—মই তেওঁক ক'লো—"তোমাৰ ভয় হৈছে—"

তেওঁৰ ভয় লাগিছিল, সেই বিষয়ে কোনো সন্দেহ নাই, কিন্তু তেওঁ বে-পৰোৱাভাৱে হাঁহি মাৰিলে।

"আজি গধূলিকৈ মোৰ বেছি ভয় লাগিব......"

কিবা এটা যেন চিৰকালৰ কাৰণে নষ্ট হৈ গ'ল—এনে এটা ভাবে মোৰ বুকুখন কাঠ কৰি পেলালে। আৰু কোনোদিন মই তেওঁৰ হাঁহি শুনিবলৈ নাপাম—সেই চিন্তাটো মই সহ্য কৰিব নোৱাৰোঁ। সেই কথা মই জানো। মোৰ কাৰণে সেই হাঁহিটো আছিল মৰুভূমিৰ বুকুত নিৰ্মল পানীৰ এটা উহৰ নিচিনা।

"অকণমানি মানুহটি, মই আকৌ তোমাৰ হাঁহি শুনিব খোজোঁ"—মই ক'লোঁ।

কিন্তু তেওঁ মোক ক'লে :

"আজি ৰাতি এটা বছৰ পুৰ্ণ হ'ব..........এবছৰৰ আগতে মই যিখিনি ঠাইত পৃথিৱীলৈ আহিছিলো, ঠিক সেই ঠাইৰ ওপৰতে মোৰ তৰাটো দেখা যাব..........."

"অকণমানি মানুহটি"—মই কলোঁ—"তুমি মোক কোৱা যে ই কেৱল এটা বেয়া সপোন—এই সাপৰ কথাটো, লগ-পোৱা ঠাইখন, আৰু তৰাটো......."

কিন্তু মোৰ অনুৰোধলৈ তেওঁ কাণ নিদিলে। বৰং তেওঁ ক'লে :

"যাক চকুৰে দেখা নাযায়, সেইটোৱেই হ'ল আচল দৰকাৰী বস্তু......"

"হয়, মই জানো........"

"ফুলৰ লগতো ঠিক সেই একেই কথা। তৰাত বাস কৰা এপাহ ফুলক যদি তুমি ভাল পোৱা, তেন্তে ৰাতি আকাশৰ-ফালে চোৱাটো এটা আনন্দৰ কথা। আটাইবোৰ তৰাই ফুলেৰে জাতিষ্কাৰ........"

"হয়, মই জানো।"

"পানীৰ লগতো সেই একেই কথা। পুলিটো আৰু ৰছিডালৰ কাৰণে তুমি মোক খাবলৈ দিয়া পানীখিনি আছিল গানৰ নিচিনা। সি কিমান মিঠা আছিল—তোমাৰ নিশ্চয় মনত আছে।"

"হয়, মই জানো।"

"ৰাতি তুমি আকাশৰফালে মূৰ তুলি চাবা। মই য'ত থাকো, তাত সকলো বস্তুৱেই ইমান সৰু যে মোৰ তৰাটো কোনখিনিত বিচাৰিব লাগিব সেই কথা মই তোমাক দেখুৱাই দিব নোৱাৰো। সি তেনেকুৱা হৈ থকাই বেছি ভাল। তোমাৰ কাৰণে মোৰ তৰাটো হ'ব হাজাৰ হাজাৰ তৰাৰ মাজৰে এটা তৰা মাত্ৰ। ফলত তুমি স্বৰ্গৰ সকলো তৰাকে ভাল পাবলৈ শিকিবা......সিহঁত সকলোৱেই তোমাৰ বন্ধু হ'ব। ইয়াৰ বাহিৰেও মই তোমাক এটা উপহাৰো দিম......."

তেওঁ আকৌ হাঁহিলে।

"আহ! অকণমানি কোঁৱৰ, মোৰ মৰমৰ অকণমানি কোঁৱৰ, সেই হাঁহিটো শুনিবলৈ মোৰ খুব ভাল লাগে।"

"সেইটোৱেই মোৰ উপহাৰ। ঠিক সেইটোৱেই। আমি পানী খাবৰ সময়ত সি যেনেকুৱা আছিল, এতিয়াও সি ঠিক তেনেকুৱাই হ'ব।"

"তুমি কি ক'ব খুজিছা?"

"সকলো মানুহৰে তৰা আছে"—তেওঁ উত্তৰ দিলে—কিন্তু বেলেগ বেলেগ মানুহৰ কাৰণে সি একে বস্তু নহয়। কিসকল



ভ্ৰমণকাৰী, তেওঁলোকৰ কাৰণে তৰাবোৰ হ'ল পথ-প্ৰদৰ্শক। আনৰ কাৰণে সিহঁত আকাশত পোহৰৰ স'ৰু স'ৰু বিন্দুৰ বাহিৰে আন একো নহয়। পণ্ডিতৰ কাৰণে সিহঁত হ'ল একোটা সমস্যা। মোৰ বেপাৰী বন্ধুজনৰ কাৰণে সিহঁত হ'ল সম্পত্তি। কিন্তু এই আটাইবোৰ তৰাৰে মুখৰ মাত নাই। তোমাৰ কাৰণে—কেৱল তোমাৰ কাৰণে—তৰাবোৰ হ'ব এটা সম্পূৰ্ণ বেলেগ বস্তু।"

"তুমি কি ক'ব খুজিছা?"

"তাৰে এটা তৰাত মই বাস কৰিম। তাৰে এটা তৰাত মই হাঁহি থাকিম। তুমি যেতিয়া ৰাতি আকাশলৈ চাবা, তেতিয়া দেখিবা যে সকলো তৰাই হাঁহিব ধৰিছে।—হাঁহিব পৰা তৰা তোমাৰ—কেৱল তোমাৰেই হ'ব।"

তেওঁ আকৌ হাঁহিলে।

"যেতিয়া তোমাৰ বেজাৰ পাতলিব (সময়ে সকলো বেজাৰ নোহোৱা কৰে) তুমি এই বুলি ভাবিয়েই শান্তি পাবা, যে তুমি মোক চিনি পাইছিলা। তুমি চিৰকাল মোৰ বন্ধু হৈ থাকিবা। তুমি চিৰকাল মোৰ লগত হাঁহিবলৈ বিচাৰিবা। সেই আনন্দৰ কাৰণে তুমি কেতিয়াবা তোমাৰ খিৰিকিখনো খোলা ৰাখিবা। আকাশলৈ চাই চাই তোমাক হাঁহি থকা দেখি তোমাৰ বন্ধুবোৰো উচিত ভাবেই আচৰিত হ'ব। তেতিয়া তুমি তেওঁলোকক ক'বা: 'হয়, তৰাবোৰে সদায় মোক হহুঁৱাই তোলে!' তেওঁলোকে ভাবিব যে তুমি এটা বলিয়া। ই হ'ব মই তোমাৰ ওপৰত প্ৰয়োগ কৰা এটা অতি ল'ৰামতীয়া কৌশল।"

তেওঁ আকৌ এবাৰ হাঁহিলে।

"এইটো এনেকুৱা হ'ব—যেন তৰাবোৰৰ ঠাইত মই তোমাক দিছো অসংখ্য সৰু সৰু ঘণ্টা, আৰু সেই ঘণ্টাবোৰে হাঁহিব জানে......."

তেওঁ আকৌ হাঁহিলে। কিন্তু পিচ মুহূৰ্ততে তেওঁ আকৌ গম্ভীৰ হৈ পৰিল।

"আজি নিশা—তুমি নিশ্চয় জানা—আজি তুমি নাহিবা।"

"মই তোমাক এৰি থৈ নাযাওঁ"—মই ক'লো।



"মই এনেকুৱা মুখৰ ভাব কৰিম—যেন মই বৰ কষ্ট পাইছো। মই এনেকুৱা ভাব কৰিম—যেন মই মৰিবলৈ ওলাইছো। ই তেনেকুৱাই হয়। তুমি সেইটো চাবলৈ নাহিবা। সি সিমানখিনি কষ্ট ল'বৰ যোগ্য নহয়।"

"মই তোমাক এৰি থৈ নাযাওঁ।"

তেওঁৰ মুখত দুশ্চিন্তাৰ চিন ফুটি উঠিল।



"মই তোমাক কওঁ, সাপটোৰ কাৰণেও তুমি অহাটো উচিত নহয়। সি তোমাক কেতিয়াও কামুৰিব নালাগিব। সাপবোৰ বৰ হিংসুক প্ৰাণী। এই সাপটোৱে তোমাক ধেমালিৰ কাৰণেও কামুৰিব পাৰে।"

"মই তোমাক কেতিয়াও এৰি থৈ নাযাওঁ"।

কিন্তু কিবা এটা ভাবি তেওঁ নিশ্চিন্ত হ'ল।

"অৱশ্যে এই কথা সচাঁ যে দ্বিতীয়বাৰ কামুৰিবলৈ সিহঁতৰ দাতত বিষ নাথাকে।"

সেই নিশা মই তেওঁক নিজৰ পথত যাত্ৰা কৰা নেদেখিলো। এটাও সাৰ-শব্দ নকৰাকৈ তেওঁ মোৰপৰা আতঁৰি গ'ল। মই যেতিয়া গৈ কোনোমতে তেওঁক লগ ধৰিলো, তেওঁ তেতিয়া কোনোফালে নাচাই খৰ খোজেৰে আগ বাঢ়ি গৈ আছে। তেওঁ মোক কেৱল ক'লে:

"অ'! তুমি ইয়াত......"

তেওঁ মোৰ হাতখন নিজৰ হাতত তুলি ল'লে। কিন্তু তেতিয়াও তেওঁৰ দুশ্চিন্তাৰ অন্ত পৰা নাই।

"তুমি আহি খুব ভুল কৰিছা। তুমি কষ্ট পাবা। মই যেন মৰিছোহে—মোক দেখি তোমাৰ তেনেকুৱা ভাব হ'ব। কিন্তু আচলতে তেনে কোনো ঘটনা নঘটিব......"

মই একো নক'লো।

"তুমি নিশ্চয় বুজি পাইছা—ই বহুত দূৰৰ বাট। মই এই দেহটো লগত কঢ়িয়াই নিব নোৱাৰো। ই বৰ গধুৰ।"

মই একো নক'লো।

"কিন্তু ই হ'ব এটা পুৰনি এৰেহা খোলাৰ নিচিনা। পুৰনি খোলাৰ কাৰণে বেজাৰ কৰিবলগীয়া কথা একো নাই......"

মই একো নক'লো।

তেওঁ সামান্য নিৰুৎসাহিত হ'ল। কিন্তু তেওঁ আকৌ এটা চেষ্টা কৰিলে:

"জানা, ই এটা বৰ সুন্দৰ কথা হ'ব। ময়ো তৰাবোৰলৈ চাম। আটাইবোৰ তৰাই মামৰে ধৰা পুলিবৈসতে একো একোটা কুৱা হ'ব। আটাইবোৰ তৰাই মই খাবৰ কাৰণে নিৰ্মল পানী ঢালি দিব...."

মই একো নক'লো।

"সি এটা বৰ ফুৰ্তিৰ কথা হ'ব। তোমাৰ পাঁচ হাজাৰ কোটি সৰু সৰু ঘণ্টা হ'ব, আৰু মোৰ হ'ব পাঁচ হাজাৰ কোটি নিৰ্মল পানীৰ উহ্....।"

তেৱেঁা ইয়াতকৈ বেছি একো কথা নক'লে, কাৰণ তেওঁ কান্দিবলৈ আৰম্ভ কৰিছিল...."

"ইয়াতে ৰোৱা। মোক অকলে যাবলৈ দিয়া।"





তেওঁৰ ভয় লাগিছিল, তেওঁ বহি পৰিল। তাৰ পিচত তেওঁ আকৌ ক'লে ঃ

"তুমি জানা....মোৰ ফুলপাহ...তাইৰ দায়িত্ব মোৰ হাতত। আৰু তাই ইমান নিশকতীয়া! তাই ইমান আজলী! পৃথিবীৰ বিৰুদ্ধে নিজকে ৰক্ষা কৰিবলৈ তাইৰ চাৰিটা কাঁইট আছে, কিন্তু সিহঁত কোনো কামত নালাগে..."



"গছ বাগৰি পৰাৰ দৰে তেওঁ শান্তভাবে বাগৰি পৰিল"

ময়ো বহি পৰিলো, কাৰণ থিয় হৈ থাকিবলৈ মোৰ আৰু শক্তি নাছিল।

"তেন্তে ইয়াতেই···আৰু একো নাই···"

তেওঁ তেতিয়াও অলপ সময় ইতঃস্ততঃ কৰিলে ; তাৰ পিচত তেওঁ থিয় হ'ল। তেওঁ এটা খোজ আগবঢ়ালে। মই অকণো লৰচৰ কৰিব নোৱাৰিলো।

তেওঁৰ ভৰিৰ সৰু গাঁঠিৰ ওচৰত এটা হালধীয়া চকমকনিৰ বাহিৰে আন একো দেখা নগৈছিল। এক মুহূৰ্তৰ কাৰণে তেওঁ নিঠৰ হৈ ৰ'ল। তেওঁ চিঞৰিও নুঠিল। গছ যেনেকৈ বাগৰি পৰে, ঠিক তেনেকৈ শান্তভাৱে তেওঁ বাগৰি পৰিল। বালি থকাৰ কাৰণে আনকি এটা শব্দও নহ'ল।

( ২৭ )

তাৰ পিচত ছটা বছৰ পাৰ হৈ গৈছে।........মই এই কাহিনী কেতিয়াও কাকো কোৱা নাই। মই ঘূৰি অহাৰ পিচত যিসকল লগৰীয়াই মোক লগ পাইছিল, তেওঁলোকে মোক জীৱিত অৱস্থাত দেখিয়েই সন্তুষ্ট হ'ল। মোৰ মন বিষাদেৰে ভৰি আছিল। কিন্তু মই তেওঁলোকক ক'লো : "মই বৰ ক্লান্ত।"

এতিয়া মোৰ বেজাৰ সামান্য পাতলিছে। অৱশ্যে সম্পূৰ্ণ দূৰ হোৱা নাই। কিন্তু মই জানো যে তেওঁ নিজৰ গ্ৰহটোলৈ ঘূৰি গ'ল, কাৰণ ৰাতিপুৱা পৰত মই তেওঁৰ দেহটো বিচাৰি নাপালো। ই খুব বেছি গ'ধুৰ দেহ নাছিল······ৰাতি মই আকাশৰ তৰাবোৰৰ কথা কাণ পাতি শুনিবলৈ ভাল পাওঁ। তৰাবোৰ যেন পাঁচ হাজাৰ কোটি স'ৰু স'ৰু ঘণ্টা····

কিন্তু এটা অসাধাৰণ ঘটনা ঘটি গ'ল......মই যেতিয়া অকণমানি কোঁৱৰৰ কাৰণে ভেৰাজনীৰ মুখৰ সোপাটো আঁকিছিলো,



মই তাৰ লগত চামৰাৰ পটিডাল দিবলৈ পাহৰি গ'লো। তেওঁ কেতিয়াও ভেৰাজনীৰ মুখত সেই সোপাটো লগাব নোৱাৰিব। সেই কাৰণে মই এতিয়া ভাবি আচৰিত হৈ থাকো : তেওঁৰ গ্ৰহটোত বাৰু এতিয়া কি ঘটনা ঘটিব ধৰিছে? বোধহয় ভেৰাজনীয়ে ফুলপাহ খাই পেলালে........

এসময়ত মই নিজকে কওঁ : কেতিয়াও নহয়। প্ৰত্যেক নিশা অকণমানি কোঁৱৰে ফুলপাহ আয়নাৰ গোলকৰ তলত ভৰাই থয়, আৰু তেওঁ ভেৰাজনীৰ ওপৰত চোকা নজৰ ৰাখে·······। তেতিয়া মোৰ মনলৈ শান্তি আহে। তৰাবোৰৰ হাঁহিত তেতিয়া মধুৰতা নিজৰি পৰে।

কিন্তু আন কোনো কোনো সময়ত মই নিজকে কওঁ : কোনো কোনো মুহূৰ্তত মানুহ অন্যমনস্ক হৈ পৰে ; তেতিয়াহ'লেই আৰু হৈছে! কোনোবা এদিন গ'ধুলি তেওঁ আয়নাৰ গোলকটোৰ কথা পাহৰি গ'ল, অথবা ভেৰাজনীয়ে ৰাতি সাৰ-সুৰ নকৰাকৈ ওলাই গ'ল······· —তেতিয়া স'ৰু স'ৰু ঘণ্টাবোৰে চকু-পানীৰ ৰূপ লয়।

ই তেন্তে এটা ডাঙৰ ৰহস্য। এই বিশ্ব-ব্ৰহ্মাণ্ডৰ কোনোবা এখিনিত, ক'ত আমি নাজানো, আমি কেতিয়াও দেখা নোপোৱা এজনী ভেৰাই যদি গোলাপ ফুলপাহ খাই পেলালে—খাই পেলালে নে নাই বাৰু?—তেন্তে অকণমানি কোঁৱৰক ভাল পোৱা তোমালোকৰ কাৰণে আৰু মোৰ কাৰণে এই জগতখন আৰু কেতিয়াও আগৰ নিচিনা হৈ নাথাকিব।

আকাশৰ ফালে চোৱা। নিজকে সোধা : হয় নে নহয়? ভেৰাজনীয়ে গোলাপ ফুলপাহ খাই পেলালেনেকি? সকলো বস্তু কেনেকৈ সলনি হৈ গৈছে তেতিয়া তুমি নিজেই দেখিবা।

এইটোৱে কিমান এটা সাংঘাতিক কথা—সেই কথা বয়সীয়া মানুহবোৰে কেতিয়াও বুজি নাপাব!





মোৰ কাৰণে এইটোৱেই পৃথিৱীত আটাইতকৈ সুন্দৰ আৰু বিষাদময় স্থল-দৃশ্য। ১০৫ পৃষ্ঠাত ছবিখনৰ সৈতে ই সম্পূৰ্ণ একে, কিন্তু তোমাক নতুনকৈ সোঁৱৰাই দিবলৈ ছবিখন মই আকৌ আঁকিছো। ঠিক এইখিনিতে অকণমানি কোঁৱৰ পৃথিবীত আহি উপস্থিত হৈছিল আৰু এইখিনি ঠাইৰপৰাই তেওঁ পুনৰ অদৃশ্য হৈ গৈছিল।

ছবিখন ভালকৈ মনোযোগ দি চোৱা। তুমি যদি কেতিয়াবা আফ্ৰিকাৰ মৰুভূমিত ফুৰিবলৈ যোৱা, ছবিখন ভালকৈ মনোযোগ দি চাই থ'লেহে তুমি তেতিয়া ঠাইখন চিনি পাব পাৰিবা। তুমি যদি কেনেবাকৈ ঠিক এই ঠাইডোখৰতে আহি উপস্থিত হোৱা, তেন্তে লৰা-ধপৰা নকৰিবা। ঠিক তৰাটোৰ তলতে অলপ সময় অপেক্ষা কৰা। তেতিয়া যদি তোমাৰ আগত এনে এটি অকণমানি মানুহ আহি উপস্থিত হয়—যি হাঁহি থাকে, যি কোনো প্ৰশ্নৰে উত্তৰ নিদিয়ে আৰু যাৰ মূৰত সোণালী চুলি আছে, তেতিয়াহ'লে সেইজন কোন মানুহ তুমি নিজেই বুজি পাবা। যদি এনে ঘটনা কেতিয়াবা ঘটে, তেতিয়া মোকো যেন অলপ আনন্দৰ ভাগ দিয়া। তেওঁযে ঘূৰি আহিছে সেই বাতৰিটো মোলৈ যেনেতেনে পঠিয়াবা।